# ভগৱতীপ্ৰসাদ বৰুৱা

তেওঁৰ ৰচনাৱলী আৰু তেওঁৰ বিষয়ে লেখা

সম্পাদক

ডক্টৰ মহেশ্বৰ নেওগ






অসম সাহিত্য সভা

১৯৮৩

*BHAGAVATIPRASAD BARUVA*, **A collection of the writings of Bhagavatiprasad Baruva, along with a few writings on him, edited by Professor Dr Maheswar Neog. Published by Dr Nagen Saikia, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, January, 1983**

ভগৱতীপ্ৰসাদ বৰুৱা
সম্পাদক ঃ ড° মহেশ্বৰ নেওগ

প্ৰকাশক ঃ ড° নগেন শইকীয়া
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

প্ৰথম প্ৰকাশ, জানুৱাৰী ১৯৮৩

**মূল্য ঃ দহ টকা**

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

## প্ৰধান সম্পাদকৰ একাষাৰ

এটি উজ্জ্বল সম্ভাৱনাৰ অকাল আৰু আকস্মিক পৰিসমাপ্তি ঘটিল। ভগৱতীপ্ৰসাদ বৰুৱা-সম্পৰ্কে ওলালেই হুমুনিয়াহৰ লগত এই আক্ষেপ-বাক্যই ওলাই আহে। প্ৰকৃতিৰ আৰু মানুহৰ মনৰ সৌন্দৰ্য মুগ্ধ দৃষ্টিৰে চাবলৈ আৰম্ভ কৰিছিল তেওঁ। ৰবীন্দ্ৰনাথৰ কবি-প্ৰতিভাৰ প্ৰতি সশ্ৰদ্ধ অনুৰাগ অনুভৱ কৰি বাট বুলিবলৈ আৰম্ভ কৰিছিলহে মাথোন।

তেওঁৰ মাজত লাহে লাহে সাৰ পাই উঠিব খোজা কবি-প্ৰতিভাৰ ফুল-কলিটিৰ সৌন্দৰ্য আৰু সৌৰভ তেওঁ এৰি থৈ যোৱা কেইটিমান ৰচনাৰ মাজতে দেখোঁ-নেদেখোঁকৈ এতিয়াও দেখিব পাৰি আৰু জান-নেজানকৈ অনুভৱ কৰিব পাৰি। আমাৰ কবিতাৰ ইতিহাসত সেইকেইটিৰ কোনো স্থায়ী প্ৰভাৱ হয়তো নাই; কিন্তু সেইকেইটি কবিতাই আমাৰ আধুনিক কাব্য-সাধনাৰ এটি পথৰ সংকেত দান কৰে। সেই সংকেত সৰু হ'লেও আঁতৰাই থব লগীয়া নহয়।

ভগৱতীপ্ৰসাদৰ ছাত্ৰাৱস্থাৰ গদ্য-ৰচনাকেইটিৰ মাজতো তেওঁৰ মনৰ গঢ়ৰ উমান পাব পাৰি। সেই ফালৰপৰাই সেইকেইটি মূল্যবান। তেওঁৰ মনৰ সঠিক উমান দিয়া আন এপদ বস্তু হ'ল—তেওঁৰ চিঠি-পত্ৰ। সকলোবোৰ চিঠি-পত্ৰ নাপালেও যি কেইখনি পোৱা হৈছে, তাৰ মাজত তেওঁৰ ব্যক্তিত্বৰ নেদেখা কোণ এটি জিলিকি উঠিছে।

ভগৱতীপ্ৰসাদ বৰুৱা—এই গ্ৰন্থখনি ভগৱতীপ্ৰসাদৰ নিজৰ আৰু তেওঁৰ বিষয়ে লিখা কেইটিমান ৰচনাৰ একত্ৰ সংকলন। গ্ৰন্থৰ পৰিকল্পনা আৰু সম্পাদনা অসমীয়া ভাষাসাহিত্য-সংস্কৃতিৰ বৰ্তমানৰ অগ্ৰণী পণ্ডিত ডক্টৰ মহেশ্বৰ নেওগদেৱৰ। গ্ৰন্থখনি যে ভগৱতীপ্ৰসাদৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ মূল্যবান দলিলস্বৰূপ হ'ব আৰু ডক্টৰ নেওগদেৱৰ সম্পাদনাই সেই দলিল সোণৰ শলাৰে গাঁথি থ'ব, সেই বিষয়ে নোদোহাৰিলেও হ'ব। অসম সাহিত্য সভা—এই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ পাই পৰম আনন্দিত।

ভগৱতীপ্ৰসাদ আৰু পাৰ্ব্বতিপ্ৰসাদ—এই ভাতৃদ্বয়ৰ দুয়োটি নামৰ লগত অসম সাহিত্য সভা নিবিড়ভাৱে সম্পৰ্কিত। এই সম্পৰ্কৰ জৰীগছো কটকটীয়া হৈছিল ডক্টৰ নেওগ ডাঙৰীয়াৰ যত্নতে, তেখেতে সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰা কালতে। দুৰ্ঘটনাত পতিত জ্যেষ্ঠভাতৃ ভগৱতীপ্ৰসাদ বৰুৱাৰ করুণ সোঁৱৰণী বুকুত বান্ধি ৰথা পাৰ্ব্বতিপ্ৰসাদে, সেই সোঁৱৰণীক ন-ৰূপ দিয়াৰ হেঁপাহো অন্তৰত লালন কৰি আহিছিল। সেই হেঁপাহৰ অন্যতম মূৰ্তৰূপ হ'ল—পাৰ্ব্বতিপ্ৰসাদৰ পঞ্চাশ হেজাৰ টকাৰ দানৰ ভেটিত গুৱাহাটীত যাঠিৰ দশকত নিৰ্মাণ কৰি উলিওৱা অসম সাহিত্য সভাৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন। তদুপৰি ৺পাৰ্ব্বতিপ্ৰসাদ বৰুৱাদেৱে নিজেই জ্যেষ্ঠ্যভ্ৰাতৃৰ ৰচনাসমূহ গোটাই প্ৰকাশ কৰাৰ আঁচনি লৈছিল। তেখেতৰ মৃত্যুৱে সেই কাম অসম্পূৰ্ণ কৰি থৈ গ'ল। চৰকাৰৰপৰা ওপৰঞ্চি দান লৈ ডক্টৰ নেওগদেৱে যিদৰে সভাৰ বাবে সজাই উলিয়ালে ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, তেনেদৰেই সজাই উলিয়ালে 'ভগৱতীপ্ৰসাদ বৰুৱা গ্ৰন্থখনিও। তেখেতলৈ আমাৰ সকৃতজ্ঞ শলাগ যাচিলোঁ।

গ্ৰন্থখনি প্ৰকাশ হৈ ওলোৱাৰ গুৰিত আৰু এগৰাকী জড়িত; তেখেত পাৰ্ব্বতিপ্ৰসাদৰ জ্যেষ্ঠা কন্যা শ্ৰীমতী সান্ত্বনা বৰুৱা। তেখেতৰ লগত হোৱা যোগাযোগেই গ্ৰন্থখনি প্ৰকাশ কৰাৰ বাবে আমাক এটি বাট উলিয়াই দিলে। শ্ৰীমতী বৰুৱাই ভগৱতীপ্ৰসাদৰ লেখাৰ বিষয়ত লোৱা যত্নৰ বাবে তেখেতক, আৰু এই বিষয়ে আগ্ৰহেৰে সহযোগ দান কৰি কামটি সম্পূৰ্ণ হৈ উঠাত সহায় কৰাৰ বাবে তেখেতৰ স্বামী শ্ৰীযুত ৰবীন্দ্ৰলাল বৰুৱাক আমাৰ আন্তৰিক শলাগ যাচিলোঁ।

ভগৱতীপ্ৰসাদ-পাৰ্ব্বতিপ্ৰসাদৰ ভগ্নী শ্ৰীযুতা সুধা বৰুৱাই গ্ৰন্থখনি প্ৰকাশৰ বাবে লোৱা বুলি জানি গভীৰ আন্তৰিকতাৰে তেখেতৰ শুভেচ্ছা জ্ঞাপন কৰিছে আৰু দুখন চিঠি প্ৰকাশৰ বাবে প্ৰদান কৰিছে। তেখেতলৈও আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। এই ছেগতে ভগৱতীপ্ৰসাদ-পাৰ্ব্বতিপ্ৰসাদৰ পৰিয়ালৰ সকলোলৈকে আমাৰ শুভেচ্ছা-শলাগ যাচিলোঁ।

ইমানখিনিৰ পিছতো গ্ৰন্থখনিৰ প্ৰকাশ সম্ভৱ হৈ নুঠিলহেঁতেন যদি অসম সাহিত্য সভাৰ ভগৱতীপ্ৰসাদ বৰুৱা অৱৰক্ষণ-পুঁজিৰপৰা সভাৰ সাধাৰণ পুঁজিলৈ গ্ৰন্থখনি প্ৰকাশৰ বাবে পাঁচহেজাৰ টকা স্থানান্তৰ কৰিব পৰা নহ'লহেঁতেন। যদিও অৱৰক্ষণ পুঁজি সভাৰে সম্পত্তি, তথাপি অৱৰক্ষণ সমিতিৰ

সদস্যসকলে দেখুওৱা আগ্ৰহৰ বাবে তেখেতসকললৈ আমাৰ আন্তৰিক শলাগ যাচিলোঁ।

গ্ৰন্থখনি, যত্ন লৈ ছপা কৰি দিছে কলিকতাৰ নবজীৱন প্ৰেছে। সভাৰ কাম নবজীৱনে সদায় অগ্ৰাধিকাৰ দি কৰি দি আহিছে। এই ছেগতে এই প্ৰেছৰ শ্ৰীযুত কালীচৰণ পালৰো শলাগ লওঁ।

আমি আশা কৰিছোঁ, 'ভগৱতীপ্ৰসাদ বৰুৱা' গ্ৰন্থখনিয়ে সভাৰ অভীপ্সা পূৰ্ণ কৰিব।

৩০ জানুৱাৰী, ১৯৮৩
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট

[signature]

প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# ভূমিকা

১৯৬০ চনত অসম সাহিত্য-সভাৰ প্ৰধান সম্পাদক হ'লোঁ, আৰু চাৰি বছৰলৈ সেই পদত থাকিলোঁ। ইয়াৰ পূৰ্বৰেপৰা গুৱাহাটীত সভাৰ এখন ঘৰ পতাৰ কথা প্ৰস্তাৱ-আকাৰত জল্পনা-কল্পনা কৰা হৈ আছিল। কিন্তু কাৰ্যত সেইফালে আগ বঢ়া হোৱা নাছিল। ১৯৬১ চনৰ ১৮ মে তাৰিখে গুৱাহাটী চহৰৰ কোনো সুবিধাজনক ঠাইত এটুকুৰা মাটি দিবলৈ অসম চৰকাৰক প্ৰধান সম্পাদক-ৰূপে আবেদন কৰিলোঁ। আৰু ১৯৬২ চনত ৮ জানুৱাৰি তাৰিখে আবেলি টেলিফোন কৰি মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই জনালে যে দীঘলী পুখুৰীৰ দক্ষিণ পাৰৰ ৩১৭৬ দাগৰ, আগতে আন উদ্দেশ্যে দিয়া অংশটি বাদ দি, বাকী সমস্ত অংশ অসম সাহিত্য সভাৰ নামত দিবলৈ তেখেতে হুকুম দিছে। মাটিটুকুৰাৰ সোঁ হাতে অসম ৰাজ্যিক সংগ্ৰহালয় আৰু কামৰূপ অনুসন্ধান সমিতিৰ ঘৰ আৰু বাওঁহাতে নতুনকৈ উঠি আহিছিল গুৱাহাটী জিলা পুথিভঁৰালৰ ভৱন; সমুখত গুৱাহাটী কংগ্ৰেছৰ কাৰ্যালয়। মুঠতে ঠাই ডোখৰ অতি কেন্দ্ৰীয় স্থানত। পোনতে অৱশ্যে এটা আহুকালে দেখা দিছিল। মাটিলৈ সোমাবলৈ এটা বাট নাই। পুনৰ চৰকাৰক ধৰাত দেখা পোৱা গ'ল, কংগ্ৰেছ ভৱন আৰু জিলা পুথিভঁৰালৰ মাজেদিয়েই এটা পথৰ ব্যৱস্থা আছে। এইবাৰ অসম চৰকাৰৰ যোগেদি ভাৰত চৰকাৰক সভাৰ গৃহ নিৰ্মাণৰ বাবে অনুদান বিচৰা হ'ল। প্ৰথমতে কেঁৰোৰ্ঘেঁহো কৰিলেও আমাৰ প্ৰাথমিক পৰিকল্পনামতে সৰ্বমুঠ খৰচৰ আধা ২৬ হেজাৰ ৮শ টকা দিবলৈ চৰকাৰক মান্তি কৰোৱা হ'ল। কিন্তু যি আঁচনিত ভাৰত চৰকাৰে এনে অনুদান দিয়ে, তাৰ বাবে ৫০,০০০ টকা পৰ্যন্ত পাব পাৰি যদি নিজৰ ফালৰপৰাও সিমানখিনি টকা খৰচ কৰিবলৈ আগ বাঢ়িব পাৰি।

সেইসময়ত অসমৰ বিখ্যাত গীতিকবি শ্ৰীপাৰ্বতিপ্ৰসাদ বৰুৱা প্ৰায়েই গুৱাহাটীত বৰ জীয়েক মোৰ ছাত্ৰী সান্ত্বনাৰ ঘৰত থাকিছিলহি। তাতে মোৰ ককাইদেউৰে সাহিত্য আদি লৈ নিতৌ মেল। এদিন কথা প্ৰসঙ্গত কেনেকৈ ৫০,০০০ টকা কোনোবা ফালৰপৰা দানৰূপে পাব পাৰোঁ, সেই চিন্তা পাৰ্বতি

ককাইদেউৰ ( গাঁও সমধে আমাৰ শিৱসাগৰত বয়নসূজন সদায় ককাইদেউ ) আগত ব্যক্ত কৰাত তেওঁ একেআষাৰে ক'লে, "যদি মই ৫০,০০০ টকা দিওঁ, তেন্তে তুমি ঘৰটোৰ নাম ভগৱতী ককাইদেউৰ নামে দিবানে?" মই সৰগ ঢুকি পালোঁ। ডাঙৰ বোজা এটা মূৰৰপৰা খহি পৰিল, কাৰণ আগৰ আঁচনি মতেও ২৬,৮০০ টকা বাইজৰপৰা তুলিব লাগিলেহেঁতেন। এতিয়া এক পইছাৰো চিন্তা নোহোৱা হৈ গ'ল। ১৯৬২ চনৰ ১৯ ফেব্ৰুৱাৰিৰ দিনা সোনাৰিত পুৱাতে উঠি সেইদিনা নিৰ্বাচনৰ জয়যাত্ৰা আৰম্ভ কৰা বিমলাপ্ৰসাদ চলিহাদেৱৰ বুকুত কংগ্ৰেছৰ বেজটো পিন্ধাই দি তেওঁক সাহিত্য-সভালৈ মাটি দান কৰা বাবে ধন্যবাদ জনাই, পাৰ্ৱতি ককাইদেউৰ লগত তেওঁৰ ৫০,০০০ টকা দানৰ চুক্তিপত্ৰ তৈয়াৰ কৰা হ'ল। তেতিয়া ৫০,০০০, ৫০,০০০—একলাখ টকাৰে গুৱাহাটীত অসম সাহিত্য-সভাৰ ঘৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ হ'ব। সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাত প্ৰস্তাৱটি গৃহীত হ'ল, যদিও দুই-এজনে মনৰ শংকা গুচাব নোৱাৰিছিল। তেতিয়া ভাৰত চৰকাৰৰ বৈজ্ঞানিক গবেষণা আৰু সাহিত্য-পৰিক্ৰমা বিভাগৰ মন্ত্ৰী, মোৰ পূৰ্ব-পৰিচিত অধ্যাপক হুমায়ুন কবীৰক লগ ধৰি ভাৰত চৰকাৰৰ অনুদানৰ মাত্ৰা ৫০,০০০লৈ তোলা হ'ল। সোনকালেই গৃহ-নিৰ্মাণ আঁচনি তৈয়াৰ কৰাৰ আয়োজন হ'ল। এই বিষয়ত কলিকতীয়া আৰ্কিটেক্টৰ লগত আলোচনা কৰিবৰ কাৰণে কলিকতাৰ বিখ্যাত ব্ৰডওৱে হোটেলত বহি পাৰ্ৱতি ককাইদেউৰ লগত আমাৰ একোখন-ইত সৰু সভা বহিছিল।

সেই সভাত আৰ্কিটেক্টৰ ছবিবোৰ লৈ আলোচনা কৰা হৈছিল আৰু আলোচনাৰ অন্তত আৰকিটেক্টৰক ঘৰৰ সম্পূৰ্ণ এটি মডেলো তৈয়াৰ কৰিবলৈ দিয়া হৈছিল। আৰ্কিটেক্টৰ চিত্ৰ অনুসৰি ঘৰ তৈয়াৰ কৰিবলৈ অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে পাতি দিয়া ভগৱতীপ্ৰসাদ বৰুৱা গৃহ-নিৰ্মাণ সমিতিয়ে গৃহ নিৰ্মাণ আৰম্ভ কৰে। সেই অনুসৰি ১৯৬৩ চনৰ ৭ এপ্ৰিল তাৰিখে অসমৰ ৰাজ্যপাল শ্ৰীবিষ্ণু সহায়ে গৃহৰ আধাৰশিলা প্ৰতিষ্ঠা কৰে এটি মনোজ্ঞ অনুষ্ঠানৰ মাজত।

এইসকলোখিনি আয়োজনৰ মাজতে পাৰ্ৱতি ককাইদেৱে মোৰ হাতত এটি ফাইলত তুলি দিয়ে তেওঁৰ ককাইদেউ ভগৱতীপ্ৰসাদৰ কেইটিমান কবিতা, কেইটিমান কথা-বচনা আৰু বিভিন্নজনলৈ লিখা চিঠি, লগতে ভগৱতীপ্ৰসাদ

বৰুৱাৰ বিষয়ে তেওঁৰ মৃত্যুৰ সময়ত লিখা বেজবৰুৱাৰ চিঠি, ৰত্নকান্ত বৰকাকতি আৰু ডিম্বেশ্বৰ নেওগৰ প্ৰবন্ধ দুটামান আৰু ভগৱতীপ্ৰসাদৰ সতীৰ্থ বন্ধু শ্ৰীৰুদ্ৰকান্ত বৰুৱাৰ এখনি দীঘলীয়া চিঠি। ফাইলত পাৰ্ব্বতি ককাইদেউৰ নিজৰ ৰংপুৰৰ ৰংঘৰৰ অৰ্থাৎ শিৱসাগৰ স্টেজ সম্পৰ্কে এটি প্ৰবন্ধ, বেণুধৰ শৰ্মাৰ যাদুৰাম ডেকা বৰুৱাৰ বিষয়ে আন এটি প্ৰবন্ধ আছিল। এই বস্তুখিনি সজাই-পৰাই অৰ্থাৎ এডিট কৰি, ছপাৰ বাবে যুগুত কৰি মই উলিয়াই দিব লাগিব আৰু ককাইদেৱে তাকে কিতাপ আকাৰে মনোৰমকৈ ছপাই উলিয়াব। কিন্তু সেই কাম আমি দুয়ো ভাবি-চিন্তি ৰাহ লগাই কৰিবলৈ নাপাওঁতেই এদিনা শ্ৰীকামাখ্যাপ্ৰসাদ বৰুৱাৰপৰা এটা নিষ্ঠুৰ তাঁৰ-বাৰ্তা পালোঁ—ককাইদেৱে শান্তিৰে শান্তি ধামলৈ প্ৰয়াণ কৰিছে। ইয়াৰ পিছত মোৰ বন্ধু মোক্ষদাপ্ৰসাদ বৰুৱা আৰু শ্ৰীমতী সান্ত্বনা বৰুৱাৰে কিতাপখন উলিওৱা লৈ মাজে মাজে মাথোন আলোচনা হে হয়; নানা সঙ্কোচত কামটো হৈ নুঠে। শেহন্তত এই বছৰ সান্ত্বনা আইটিয়ে কোনোবা অনুষ্ঠানৰপৰা কিতাপখন প্ৰকাশ কৰাৰ বাবেও যত্ন কৰে। যি জাতীয় অনুষ্ঠানৰ লগত ভগৱতীপ্ৰসাদৰ নাম ওপৰত বৰ্ণোৱাৰ দৰে জড়িত হৈ পৰিছে, মই ভাবিলোঁ, সেই সাহিত্য-সভাৰ জৰিয়তেই কিতাপখনি ওলাব লাগে। সভাৰ গুণগ্ৰাহী প্ৰধান সম্পাদক ড° নগেন শইকীয়া আৰু কাৰ্য-নিৰ্বাহকে তাতে সমৰ্থন জনোৱাত আজিৰ এইটি প্ৰকাশ। কিন্তু ইয়াৰ ভিতৰতে এটি কিন্তু আছে। সভাৰ বৰ্তমান আৰ্থিক অৱস্থালৈ চাই সম্পাদক-প্ৰকাশকে কিতাপৰ আকাৰৰ কথা ভাবিব লগীয়া হয়। যদিও আমি ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ গৃহ-প্ৰৱেশলৈকে সামৰি প্ৰবন্ধ পাতি ধৰিছিলোঁ এতিয়া কিন্তু আকাৰৰ গুণত সমস্ত বস্তুটিকে চমু কৰিব লগীয়া হ'ল। ইতিমধ্যে পাৰ্ব্বতি ককাইদেউৰ ৰচনাৱলী অসম সাহিত্য সভাই প্ৰকাশ কৰিছেই, আৰু তাতে তেওঁৰ 'ৰংপুৰৰ ৰংঘৰৰ কথা' সোমাই আছে। বেণুধৰ শৰ্মাৰ নিজৰ প্ৰকাশিত গ্ৰন্থত 'যাদুৰাম ডেকাবৰুৱা' প্ৰবন্ধ সন্নিৱিষ্ট হৈছে। এই দুটি প্ৰবন্ধ—ভগৱতীপ্ৰসাদৰে ঘনিষ্টভাৱে সংশ্লিষ্ট, সিও নহয়; অথচ পাঠকসকলে বিচাৰি পোৱাতো আহুকাল নাই। ৰুদ্ৰকান্ত বৰুৱাদেৱৰ ( পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াৰ ককায়েক নীলকণ্ঠ গোহাঞিবৰুৱাৰ পুত্ৰ ) চিঠিখন সুদীৰ্ঘ কিন্তু সাহিত্য-কৃতি বা চিঠিৰূপেও তাৰ মূল্য কম যেন লাগে; অথচ সম্পাদন কৰি উলিয়ালেও তাৰ ৰূপ বিৰূপ হোৱাৰ সম্ভাৱনা।

মুঠতে, "পণা অনুৰূপে পখী তেবে কি সুবয়" বুলি আমি সক চৰাইটি হৈ ভগৱতীপ্ৰসাদৰ স্মৃতিত উৰা মাৰিবৰ যত্ন কৰিছোঁ।

ভগৱতীপ্ৰসাদক আমি দেখা পোৱা নাছিলোঁ। ১৯৩৩ চনৰ অক্টোবৰত যেতিয়া তেওঁৰ সলিল-সমাধি ঘটে, তেতিয়া আমি যোৰহাটত হাই স্কুলৰ শেষ শ্ৰেণীৰ ছাত্ৰ। ইয়াৰ আগতে অৱশ্যে শিৱসাগৰ ষ্টেজত বিশেষকৈ কলেজৰ বন্ধ আদিত পাৰ্ৰ্তি ককাইদেউক বেঞ্চিত বহি হাৰ্মোনিয়ম লৈ "হেৰ' বলিয়া নয়ন ভৰি ভৰি চা" আদি গীত গোৱা শুনিছিলোঁ। কিন্তু গায়কৰূপে নহওক, অভিনেতাৰূপে নহওক, দৰ্শকৰূপে, সদস্যৰূপে আৰু পৃষ্ঠপোষকৰূপে সেই ষ্টেজৰ লগত বৰুৱা পৰিয়ালটিৰ অতি ঘন সম্পৰ্ক। ষ্টেজৰ মাটিটুকুৰা ভগৱতীপ্ৰসাদৰ পিতৃ ৰাধিকাপ্ৰসাদৰ দান। ভগৱতীপ্ৰসাদৰ মৃত্যুৰ পিছত নতুনকৈ সজা ৰঙ্গমঞ্চত ভগৱতীপ্ৰসাদৰ নামে এটি ঘূৰণ মঞ্চ সংযোগ কৰা হৈছে। তাতোকৈ এই মঞ্চৰ লগত বৰুৱা পৰিয়ালৰ স্মৃতি সংযুক্ত হৈ থাকিব এটা অপৰোক্ষ কাৰণত—ইয়াত পূজাৰ নাটক চাবলৈ আহোঁতেই বৰুৱা পৰিয়ালৰ ভগৱতীপ্ৰসাদকে ধৰি কেইবাটিও প্ৰাণী দিচাং নৈত জাহ যায়। গতিকে এই ৰংপুৰৰ ৰংঘৰ তেওঁলোকৰ পাৰিবাৰিক স্মৃতিৰ লগত স্বাভাৱিকতে জড়িত হৈ আছে।

অতি তৰুণ বয়সতে (৩২ বছৰ মাথোন) ভগৱতীপ্ৰসাদে দেহ ত্যাগ কৰিব লগীয়া হয়। তেওঁৰ ৰুচি আৰু মনীষালৈ চাই সেই একুৰি বছৰকে আমি সাহিত্য-সাধনাৰ কাৰণে যথেষ্ট বুলি ধৰিব পাৰোঁ। ইংৰাজ কবি কীটছ্ নো কিমান বছৰ আছিল? কিন্তু তেওঁৰ কবিতাই ক'ৰবাত শ্বেক্সপীয়েৰৰ মনীষাকো চুই যোৱা নাছিলনে? ভগৱতীপ্ৰসাদেও তেওঁৰ ৩২ বছৰত আমাক স্থায়ী কাব্য বা সাহিত্য দি যাব পাৰিলেহেঁতেন। এতিয়া আমাৰ হাতত তেওঁৰ যিখিনি বস্ত আছে তাৰ বেছি ভাগেই শিশু-ৰচনা। তাৰ মাজতো কিন্তু আমি বিশেষ এটি স্পন্দন পাওঁ, যি স্পন্দন উৎফুল্ল হোৱা হ'লে হয়তো অভিনৱ সৃষ্টি দিলেহেঁতেন। আন একো নধৰি তেওঁৰ "তোমালৈ" কবিতাটিকে লওকচোন। তাত কি লয়, তাত কি স্পন্দন! তাক জানো অসমীয়া কবিতাই হেৰুৱাও বুলি হেৰুৱাই দিব পাৰে? ভগৱতীপ্ৰসাদৰ কথা-ৰচনাত নিজস্ব এক ভঙ্গি আছিল, যাৰ চিনাকি হেৰুওৱা টান। তেওঁৰ কথা অংশৰ "জোন দেখা" বোলা ৰচনাটিকে লওক। সেই সিমান অকণমানি বস্তুটিয়ে পাঠকৰ

মনৰ মাজত কিযে এটি সূক্ষ্ম সৌৰভ এৰি যায়, বুজোঁতাজনেহে উপলব্ধি কৰিব।

তেওঁৰ চিঠিবিলাকৰ ভিতৰত যিখিনি সংৰক্ষিত হৈছে আৰু আমি সন্নিবেশ কৰিছোঁ, সেইখিনিয়েহে প্ৰকৃত ভগৱতীপ্ৰসাদ বৰুৱাজনৰ চিনাকি দিব। তেওঁ মানুহজন সেইজনেই। তেওঁ যিজন কবি হ'লহেঁতেন, সেইজনেই। তেওঁ যিজন সমালোচক হ'বলৈ ঘিণ কৰিছিল বুলি কৈছে, তেওঁ সেইজনেই আৰু বোধহয় ক'ব পাৰি তেওঁ যিজন সাংসাৰিক মানুহ হৈ আছিছিল সেয়াও সেইজনেই। তেওঁ চিন্তা, আদৰ্শ, জ্ঞানস্পৃহা, সৌন্দৰ্যস্পৃহা, কাব্য-সাহিত্যৰ আদৰ্শ আদিৰ কথাও তেওঁ এই চিঠিবোৰতে অন্ততঃ ইঙ্গিতত কৈ গৈছে। তেওঁ সমালোচক হবলৈ ঘিণ কৰোঁ বুলি কৈও ( এই প্ৰসঙ্গত বোধ হয় তেওঁৰ মনত কীটছ্‌ৰ নিচিনা সুকুমাৰ কবি-হৃদয় ধ্বংস কৰা Blackwood Magazine-অৰ কথা খেলাইছিল ) মৰমৰ বন্ধু ডিম্বেশ্বৰ নেওগৰ কবিতাৰ গুণাগুণ সূক্ষ্মভাৱে ফঁহিয়াই দিছিল। সৰু-সুৰা মেলতো এইদৰে কবিতাৰ দোষ-গুণ বিশ্লেষণ কৰা তেওঁৰ এটি স্বভাৱেই আছিল। এনে বিশ্লেষণ কবিতা লিখা আৰু কবিতা বুজা সকলোৰে বাবে প্ৰয়োজনীয়। এই পৰ্যায়ত কবিৰ কৰ্ম আৰু সমালোচকৰ কৰ্মৰ পাৰ্থক্য কমেই মাথোন থাকে। তেওঁ নিজকে অকবি বুলি পৰিচয় দিবৰ যত্ন কৰিব পাৰে বা তেওঁৰ বন্ধু ডিম্বেশ্বৰ নেওগে বন্ধুৰ সকলো কবিসমুচিত গুণ স্বীকাৰ কৰি লৈও তেওঁক নীৰৱ কবি, নীৰৱ শ্ৰেণী আখ্যা দিয়ে ক্ষান্ত থাকিব পাৰে। প্ৰকৃততে পিছে তেওঁ কবিয়েই। তেওঁৰ নিজৰ কবিগুৰু ৰবীন্দ্ৰনাথে "নীৰব কবিত্ব এবং আত্মগত ভাবোচ্ছ্বাস"—এই দুটাক "দুটো বাজে কথা" বুলিছে। ভগৱতীপ্ৰসাদতকৈ দেখাতে কম poetical sensibilities থকা ডেকাই তেওঁৰ চকুৰ আগতে অজস্ৰ কবিতা লিখি, আনকি ইংৰাজীতো কলম চলাই যশস্যা আৰ্জিবৰ যত্ন কৰে। ভগৱতীপ্ৰসাদৰ বন্ধু গোপাল হালদাৰৰ ভাষাত "দুঃসাহস সে বয়সে কম থাকে না; তাই বাঙলা ছেড়ে তাতে ইংরাজীতেও কলম চালনা করতে বাধেনি। ভাষার ভুলভ্রান্তি ভাবের আতিশয্য—কে করে তার পরোয়া? কিন্তু যতদূর মনে পরে ভগবতীপ্রসাদের মাত্রাজ্ঞান সাহিত্যবোধ ওরূপ দুষ্কর্মে তাঁকে এগিয়ে দিত না। সংযত বুদ্ধি ও সাহিত্যবোধ তখনকার ছিল তাঁর আপন বৈশিষ্ট্য।" মুঠতে ভগৱতীপ্ৰসাদ বৰুৱা হ'ল তেওঁৰ নিজৰে অতি প্ৰিয় যেন এজুপি

অশোক গছ; তাত থোপাথোপকৈ বছৰি ফুল নধৰিলেও কথা নাই; কিন্তু সেই ফুল ধৰিবৰ ক্ষমতা থাকিব লাগিব আৰু যদি এথোকা কেতিয়াবা ফুলে সি চাৰিওকাষ ৰূপেৰে জকমকাই, গোন্ধেৰে মলমলাই তুলিব লাগিব। "সবুজ পত্র"ৰ দৰে এখনি অভিনৱ পত্রিকা তেওঁ বন্ধু ৰৰকাকতিক কোৱাৰ দৰে হয়তো এদিন উলিয়ালেহেঁতেন আৰু তাত হয়তো ৰৰকাকতিকে ধৰি আন-সকলে ৰবীন্দ্রনাথৰ ভাও দিলেহেঁতেন আৰু ভগৱতীপ্রসাদ নিজেই তেওঁৰ প্রিয় "গানৰ ৰজা কবিতাৰ ৰজা", "নতুন যুগৰ দেবতাক প্রেৰিত কবি, পুব আকাশৰ ৰবি" ৰবীন্দ্রনাথ হ'লহেঁতেন। গতিকে তেওঁ মাথোন "অগীত গান, অকথিত কথা" হৈয়ে বৈ গ'ল আমাৰ বাবে।

তেওঁৰ চিঠিবিলাকৰ মাজত এক অপূর্ব সুষমা আছে। তাবে আমি পোৱাখিনিৰ ভিতৰত তেওঁৰ সমধৰ্মী চৰিত্র কণমইনা বা গিৰীন্দ্রনাথ বৰুৱালৈ (তাহানিৰ গোলাঘাটৰ আমাৰ লোকেল ফুড্ মিনিস্টাৰ ঘনশ্যাম বৰুৱাৰ পুত্র) দিয়া চিঠিয়েই সৰহ। কণমইনা অসম ছাত্র সন্মিলনৰ একটিভিস্ট, আৰু যাক বোলে intellectual type of student. তেওঁলৈ চিঠি লিখোঁতে ভগৱতীপ্রসাদৰ মন-ঘৰ মুকলি হৈ পৰিছিল। এই ডেকাজনৰো অকালমৃত্যুত দেশত শোকৰ উৰ্মি উঠিছিল। এখনি সম্পূর্ণ চিত্রই সৈতে বেজবৰুৱা ডাঙৰীয়াৰ 'বাঁহী'ত শোকপ্রকাশ বাহিৰ হৈছিল। শিৱসাগৰৰ নগৰ মহল মৌজাৰ মৌজাদাৰ হিমকান্ত বৰুৱাদেৱৰ পুত্র বিমলাকান্ত বৰুৱাই গান্ধী আন্দোলনত যোগ দিছিল, আন এজন পুত্র শ্রীসুশীলাকান্ত বৰুৱা এতিয়াও জীবিত আছে। এওঁলোকলৈ দিয়া চিঠিত গান্ধী আন্দোলনৰ প্ৰতি কৰা তেওঁৰ দৃষ্টিপাত আমাৰ চকুত পৰেহি। কদ্রকান্ত বৰুৱালৈ লেখা এখন চিঠিত সেই কথাটো অলপ স্পষ্টকৈ লিখিছে; "নন্-কো-অপৰেশ্যনৰ যিটো মত (principle) বা ভাব (idea) তাক চিৰদিনেই মই মোৰ বুলি কওঁ। কিন্তু এই বিষয়ৰ কামৰ দিহাত (methods) যিবোৰ এই ইণ্ডিয়া কংগ্রেছে সমর্থন কৰিছে মোৰ মতভেদো হ'ব পাৰে আৰু হোৱাটো স্বাভাৱিকো। সেই বিষয়ে বহলাই লেখিবলৈ মন নাই, কাৰণ—পলিটিক্স মই ভাল নাপাওঁ। এতিয়া তুমি যে নিজৰ মত অনুসৰি কাম কৰিছা সেইবাবে সন্মানাৰ্হ। সৰলতাক মই শ্রদ্ধা কৰোঁ।" তেওঁক আলসুৱা ৰূপকোঁৱৰ বুলিহে কেইবাজনেও আখ্যা দিছে। কিন্তু তেওঁ যেন দুখবহে পূজাৰি। জীৱনত তেওঁ পূর্ণ

চেতনাময় বেদনা বিচাৰিছিল।—"মোক লাগে দুখ ; dilettanteৰ 'দুখ'ৰ দুখ নহয়, নিবিড়, দুঃসহ দুখ, বাস্তৱ বেদনা। বেছি সঁচাকৈ ক'বলৈ হ'লে—বেদনা আছেই—লাগে গ্ৰহণশীলতা, দুখৰ স্বৰূপ বুজিব পৰা প্ৰাণ।

ঋষি কবিৰ গানত আছে—

আৰো বেদনা আৰো বেদনা
দাও মোৰে আৰো চেতনা।

সেই চেতনা লাগে, মোৰ অসীম অপূৰ্ণ হেঁপাহ বৈ আছে—মাথোঁ লাগে।"

তেওঁ বন্ধু বিমলাকান্ত বৰুৱাৰ দৰে বা বেণুধৰ শৰ্মাৰ দৰে জেল-তীৰ্থলৈ যাব পাৰিলে সুখী হলহেঁতেন। কিন্তু আন কামত তেওঁ বন্দী হৈ ৰ'ল। বেণুধৰ শৰ্মালৈ লেখা এখন চিঠিত—সেই দেখি কৈছে—"শিৱসাগৰৰ পুখুৰী-পাৰত থাকিবলৈ তপস্যাৰ আৱশ্যক। জেললৈ উপযাচি যাব পাৰিবলৈ আৰু এক সাধনৰ সকাম। মোৰ ইয়াত এবিধো নাই, অথচ কালিৰেপৰা উবা মাৰি গৈ তোমালোকৰ সেই পোতাশালৰ 'মজলিচ'ত পৰিবৰ মন গৈছে।"

"আজীৱন পৰাধীনতাৰ হাৱা-পানীত ডাঙৰ-দীঘল হৈ আহিছোঁ, বহুত দিনৰপৰাই গাত লোহাৰ শিকলিৰ ভৰৰ উমান পাই আহিছোঁ। অপ্ৰকাশতেই সকলো বেদনা। নেদেখা শিকলিৰ কমাৰে গঢ়া পোতাশালৰ কষ্টতকৈ অকথনীয় ৰূপে বেছি। দেহাত অধীনতাৰ নাগ-পাশ লৈ তাক সেই বুলি মানিব নোৱৰা—অসবলতাই আচল আৰু চৰম পৰাধীনতা। এই জেলখনৰ-পৰা তৰিলে বৰ্তো।"

ঘৰত থাকোঁতে ঘৰৰ বনবাৰি আৰু গীতচৰ্চা কৰাৰ উপৰিও এসময়ৰ ধুনীয়া "ঘৰ-জেউতি" কাকতখনি চলোৱা মৰমৰ ভনী শ্ৰীমতী সুধা আইদেউক নগাঁৱৰ শ্ৰীবিদ্যাকান্ত বৰুৱালৈ বিয়া দি উলিয়াই দিয়াৰ পিছত পোৱা মনৰ ৰিক্ততাৰপৰা ভনীজনীলৈ মনত পৰি শকুন্তলাৰ বিদায়ৰ কণ্ব মুনিৰ দৰে চকুলো টুকি দিয়া উপদেশৰ চিঠি দুখনিত এক মনোৰম কোমলতা সোমাই আছে। যেন কণ্ব মুনিহে বিদায় লোৱা শকুন্তলাক আশীৰ্বাদ কৰিছে। বৰ্তমান সঙ্কলনটি ভগৱতীপ্ৰসাদৰ অধিক ৰচনাৰে সমৃদ্ধ কৰিব পৰা হ'লে আমি অত্যন্ত সুখী হ'লোহেঁতেন। কিন্তু—বিমলালয় সভা, শিৱসাগৰ হাইস্কুল, কলিকতাৰ অগ্‌লভি হোষ্টেলৰ হাতে-লিখা মাহেকীয়া আলোচনীবোৰ আজি আৰু চকুত বাটি দিবলৈকো ক'তোৱেই পাবলৈ নাই। সেইবোৰ পোৱাহেঁতেনো ভগৱতীপ্ৰসাদৰ

নাম নিদিয়া প্ৰবন্ধ চিনাক্ত কৰি উলিওৱা টান হ'লহেঁতেন। আন কি, ককাইদেউ ডিম্বেশ্বৰ নেওগে তেওঁৰ সম্পাদিত "মিলন" কাকতৰ বাবে নিয়া এনে অনামী টোকা কেইটাকে আমাৰ আগত চিনাকি কৰি দিব নোৱাৰিলে।

তাৰুণ্যাতে তেওঁক আমি হেৰুৱালে। তেওঁ মাথোন এক বিৰল ব্যক্তিত্বৰ, এক বিৰল ৰুচিবোধৰ আৰু এক কবিৰ গভীৰ সম্ভাৱনাৰ আশা সৰু এটি বন্ধু মহলৰ মাজত এৰি থৈ গুচি গ'ল। দিচাঙৰ চকু-পানীয়ে আমাক সেই তৰুণ, সেই বিৰল ব্যক্তিত্ব, সেই অবিৰল ৰুচি-বোধ আৰু বিৰল কবিত্বৰ সম্ভাৱনা কোনোদিনে ঘূৰাই নিদিয়ে।

ইউ. পি. এছ্. চি.
এড্‌ভাইজাৰ্ছ ছুট
শ্বাজহাঁ ৰোড
নয়াদিল্লী
৪ মেই ১৯৮৩

মহেশ্বৰ নেওগ

# বিষয়-সূচী

| | | | |
|---|---|---|---|
| ৩ | ৪ জ্যেষ্ঠ | ১৮৪২ | ৬০ |
| ৪ | ১৭ জুন | ১৯২০ | ৬০ |
| ৫ | ২৮ জুন | ১৯২০ | ৬১ |
| ৬ | ২২ ডিচেম্বৰ | ১৯২০ | ৬১ |
| ৭ | ১ জানুআৰি | ১৯২১ | ৬২ |
| ৮ | ২৫ ফেব্ৰুআৰি | ১৯২১ | ৬২ |
| ৯ | ৭ মাৰ্চ | ১৯২১ | ৬৩ |
| ১০ | ১৮ মাৰ্চ | ১৯২১ | ৬৪ |
| ১১ | ৩১ মাৰ্চ | ১৯২১ | ৬৪ |

ডিম্বেশ্বৰ নেওগলৈ

| | | | |
|---|---|---|---|
| ১ | ১৫ জ্যেষ্ঠ | ১৮৪২ | ৬৫ |
| ২ | ৭ ফাগুন | ১৮৪২ | ৬৭ |
| ৩ | ১৪ মাৰ্চ | ১৯২২ | ৬৭ |

বেণুধৰ শৰ্ম্মালৈ

| | | | |
|---|---|---|---|
| ১ | -- | — | ৬৮ |
| ২ | ১০ নবেম্বৰ | ১৯২১ | ৬৯ |
| ৩ | — | - | ৭০ |

বিমলাকান্ত বৰুৱালৈ

| | | | |
|---|---|---|---|
| ১ | — | - | ৭১ |
| ২ | — | — | ৭১ |

উমাচৰণ বৰুৱালৈ

| | | | |
|---|---|---|---|
| ১ | ২৪ ডিচেম্বৰ | ১৯২৭ | ৭৩ |
| ২ | ১৩ জানুআৰি | ১৯২৮ | ৭৩ |
| ৩ | ২৯ ফেব্ৰুআৰি | ১৯২৮ | ৭৪ |
| ৪ | ২৮ ফেব্ৰুআৰি | ১৯৩০ | ৭৫ |
| ৫ | — | — | ৭৬ |

পেহাদেউলৈ

| | | | |
|---|---|---|---|
| ১ | ১৬ আহাৰ | ১৮৪৭ | ৭৬ |

আনৰ দৃষ্টিত আৰু সৃষ্টিত ঃ

## আজি ই পূৰ্ণিমা ৰাতি

আজি ই পূৰ্ণিমা ৰাতি
নেপালোঁ তোমাৰ বাৰতা
আহাঁ এন্ধাৰ হিয়াত
জোনাক সিঁচাহি
মোৰ দেৱতা।

চোৱাঁ ডাৱৰ ওপঙে জোনাকত
তৰা-চাকি জ্বলে আকাশত
অসীম নীলিমা।
চোৱাঁ ছবি ফুটি উঠে কাননত
সুৰ উটি আহে বতাহত
গহীন গৰিমা!
চোৱাঁ সাৰটা-সাৰটি সকলো লতা
এই মাধই-মালতী অপৰাজিতা
নেপালোঁ তোমাৰ বাৰতা
মোৰ দেৱতা।

সউ, পুব আকাশত ৰহণ সানি
কত হৃদয়েৰে সাজি সিংহাসন
তুলিছে জোনাকী গোসানী।

## এই হিয়া ভৰি যোৱা পুণ্য ৰজনী

এই হিয়া ভৰি যোৱা পুণ্য ৰজনী
এই প্ৰাণ ভৰি পৰা নীৰৱতা ভেদি
ঘোষে তোমাৰ প্ৰেম-বাণী।

চোৱাঁ মোৰো এই খিৰিকি যে মেলা
বাহিৰ-ভিতৰ জোনাকৰ খেলা ;
নাহিলা তুমিতো ইবেলা।
মোৰ কুটিৰ তেনেই নিৰলা।

আনা জোনৰ জোনাক পৰিলে
স্থফুলে শেৱালি-কলি ;
পুৰাৰ নিয়ৰে নগলালে হিয়া
মুঠে সি আপুনি ফুলি।

যদি হিয়া-পটত ছবিকে নেআঁকা
হাতেৰে নধৰা তুলি
নেভাবিবা প্ৰাণ, আপুনি উঠিব
হৃদয় মোৰ আল্দুলি।

পূৰ্ণিমা ৰাতি, ১৪ আহিন, ১৩৮৯

## ৰবীন্দ্ৰনাথ

দেৱ,

গানৰ ৰজা, কবিতাৰ তুমি ৰজা
দেশ-বিদেশত তোমাৰ যশৰ ধ্বজা।
পুৰা শেৱালিৰ কিৰীটি শিৰত ৰজা
গীত কবিতাৰ সুমধুৰ ধ্বনি
লাগি কঁপি থকা প্ৰীতি হিয়াখনি
তোমাৰ যশৰ শুভ্ৰ একোখনি ধ্বজা
আহাঁ আদৰোঁ গীতৰ ৰজা।

তোমাৰ ভাষা কাব্যময়ী পুণ্যভাষা।
জীৱন-মৰণ প্ৰণয় প্ৰত্যয় আশা
প্ৰকৃতি প্ৰাণৰ গহীন ভাবুক ভাষা
সঞ্জীৱনী পাই তব প্ৰসাদত
প্ৰকৃতি প্ৰাণত সঞ্চাৰি নৱ আশা
কেনে সঞ্জীৱনী কেনে কাব্যময়ী ভাষা।

আগলি বাতৰি আনিছা তুমি কবি
নতুন যুগৰ মানৱ প্ৰাণত ছবি,
আঁকিছা ধুনীয়া দেৱতা-প্ৰেৰিত কবি।
এই নক্ষত্ৰৰ নীৰলা বুকুত
উজলি উঠিছে বিমল সুখত
গ্ৰহ-তাৰকাৰ শশী-তপনৰ ছবি
নতুন যুগৰ দেৱতা-প্ৰেৰিত কবি
পূব আকাশৰ ৰবি।*

---

* ১৪ বছৰ, ১ম সংখ্যা 'বামধেনু'ত শতাব্দী ৰবীন্দ্ৰ জয়ন্তী উপলক্ষে প্ৰকাশিত।

# তোমালৈ

গোলাপৰ কোমল কোলাত
নিয়ৰৰ একণি টোপাল
নীৰৱতে পাহি মেল খায়।
সকলোটি নিমাত নিটাল।

ৰূপৰৰ স্বৰুজে যেতিয়া
মেলিলেহি পোহৰৰ জাল
হাঁহি মুখে নিয়ৰৰ প্ৰাণ
গোলাপৰ বুকুতে লুকাল।

শুনা আজি তাহানিৰ মোৰ
জীৱনৰ প্ৰথম অধ্যায়
ধীৰে ধীৰে ধীৰে মেল খাই
তেতিয়াও মাৰ যোৱা নাই।

পুৱতিৰ সেই পোহৰত
তুমি মোৰ ওচৰ চাপিলা
পোহৰতে এন্ধাৰেৰে মিলি
তুমি মোক সাৱটি ধৰিলা।

পোহৰৰ এন্ধাৰৰ চাকি
চাঁং কৰে এবাৰ মুমালে
কিবা এক নতুন পোহৰে
জগতৰ জেউতি চৰালে।



ভগৱতীপ্ৰসাদ বৰুৱা

( এয়ে )　　পোহৰৰ এন্ধাৰৰ মেলা
　　　　　তুমি দেখোঁ সুৎ কৰে গই
( মোৰ )　　হৃদয়ৰ পবিত্ৰ থাপনা
( তাতে )　　বহি আছা মাতৃ-বোল থই।

তেতিয়াৰপৰা আৰু মোৰ
মাতিবৰ সত যোৱা নাই।
( মাথোঁ )　ধূপ আৰু ধূনাৰ গোন্ধত
অন্তৰত নৈ বই যায়।

তেতিয়াৰপৰা আৰু মোৰ
সকলোটি নিমাত-নিটাল
নীৰৱতা সোণৰ সঙ্গীত
নীৰৱতা সুললিত তাল।

তোমাক বুকুত লৈ আজি
নাও মোৰ নীৰৱে চলিছে,
( এই )　মহাসিন্ধু নীৰৱতা ভেদি
ক'ত জানো অন্ত পৰিছে।

## এৰাৰি নোকোৱা কথা

এৰাৰি নোকোৱা কথা
তাকে শুনিবৰ গুণে
কিয় হাবিয়াহ এনে
কিয় এনে আকুলতা ?

মোৰ সি নোগোৱা গান
সুৰৰ কঁপনি লৈ
কত স্মৃতি ভাৰ বৈ
মমতা নোবোলা প্ৰাণ।

ফুটাব নোৱাৰি বাণী,
মৌন বাণীৰ হৈ
ধীৰেৰে আহিছে বৈ
নোটোকা চকুৰ পানী।

সাঁচি থ'ব দেই
আকিঞ্চন এই
সোঁৱৰণী সুধা সানি
নোকোৱা কথা, নোগোৱা গান
নোটোকা চকুৰ পানী।

২৯ শাওণ, ১৮৪২

## সোণালী পুৱাৰ দুৱাৰদলিত

সোণালী পুৱাৰ দুৱাৰদলিত
আজিচোঁ নতুন অতিথি,
নেপালোঁ একোটো আগলি বাতৰি
নুশুনিলো ই শুভ তিথি।

অলক্ষিতে মোৰ কুটিৰত কিয়
আহি এনেদৰে দৰিশন দিয়
অপ্ৰিয় ভাবেৰে কিয় আজি প্ৰিয়
সমাগম উপস্থিতি ?
মোৰ জীৱনৰ দুৱাৰদলিত
আজিচোঁ নিচিনা অতিথি ?

কালিৰ নিশাৰ অন্ধকাৰ ঠেলি
যৱনিকাখন আঁতৰি
তৰুণ অৰুণ আদৰি আনিলে
দিলেহি আলোক বিতৰি।

সেই আলোকতে উজলি উজলি
কেনেনো কল্যাণী ছবিটি আজলী
তন্দ্ৰালস মোৰ চকুত বিজুলী
খেলিছে কিয়নো সাদৰী ?
কৰুণা দৰ্শাই সন্নিধান দিবি
মাতিছোঁ অতিকে আদৰি।

## কথা এটি কওঁ শুনা

কথা এটি কওঁ শুনা
হে'ৰা "তিনি লম্বৰী" !
এটি কথা,—শুনি যোৱাঁ
নাচ-গান সম্বৰি ।

নহয়, নেলাগে বাৰু
থমাব নাচৰ চেও
গানৰ সুৰৰ সোঁত
নেলাগে ভেটিব দেও ;

নাচৰ ছেৱতে উৰি
সুৰৰ সোঁতত বুৰি
এবাৰ বেঁকাবা মাথোঁ
এইফালে চকুযুৰি ।

তেতিয়াই হ'ব কোৱা
যত কথা অকথিত
'ষ্টেজ'ৰ গীতকো জিনি
উঠিব আমাৰ গীত ;

নাচৰ মাজতে তুমি
থমকি যাবাযে ৰৈ
আধা গোৱা গীতফাকি
থাকিব নোগোৱা হৈ

নূপুৰৰ ৰুনু জুনু
ধীৰে ধীৰে পমি গৈ
মাৰ যাব ক'ৰবাত
কোনেও নজনাকৈ।

তেতিয়া তুমিতো হবা
আঁৰ কাপোৰৰ আঁৰ
তেতিয়া আমিও হম
দিঠকৰ সীমা পাৰ।

দিঠকৰ সীমা এৰি
পায় সপোনৰ স্তৰ
সপোন আপোন অতি
দিঠক আতিকে পৰ।

আধা গোৱা গীতফাকি
বাজিব ৰিণিকি ৰিণি
কাণত পৰিব আহি
মঞ্জিৰৰ মৃদু ধ্বনি

সপোন দিঠক কৰি
দিঠক সপোন কৰি
তুমিও কোষতে চোন
হেৰা "তিনি লগৰী"?
সপোনৰ সহচৰী।

বাহী খ্ৰিচ্‌মাচ্‌ ১৯২০, ৰাতি

## .....পোৱা নাই ভাষা

*   *   *

*   *   *   *

*   *   *   *

*   *   *   *

পোৱা নাই ভাষা এই গানে
উদুলি-মুদুলি লাগিছে হিয়াত
বিচাৰি পূজাৰ সঁজুলি।

ফুটাব নোৱাৰি বাণী
ঢালে তপ্ত চকুৰে পানী
লোৱাঁ তাকে তুলি
চকুলো-আঁজলি
সেয়েযে মুকুতা কাজলী॥

*   *   *   *

*   *   *   *

---

কবিতাটিৰ আগ আৰু শেহ দুয়ো অংশ উ'য়ে কুটিলে।
--সম্পাদক।

## মহতৰ জীৱনী

নেজানো মঙ্গলময় তোমাৰ বিধান। জন্মৰেপৰা আত্মাক বন্দী কৰিছা, জীৱন পাত কৰাইছা, সাধনা সিদ্ধি কৰাইছা, সৃষ্টিপালন কৰিছা, তাতে বিশ্বৰ বিকাশ ঘটিছে।

সৃষ্টি চলিছে এক মহামিলনৰ দাবী লৈ। সেয়েহে সৃষ্টিৰ নৰ-নাৰী তৰু-তৃণ সকলোৰে প্ৰাণে প্ৰাণে সেই একেটি নাম, সেই একেখিনি দাবী, সেই একেই জেউতি, সেই একেই গান গোটেই বিশ্বৰ এক ধৰ্ম্ম। এয়ে প্ৰকৃতি।
কেতিয়াবা প্ৰকৃতিৰ বিকৃতি হয়। প্ৰকৃতিৰ মহান আদৰ্শ লোপ পায়। তেতিয়া সেই নাম মচ্ খায়। সেই দাবি লুকায়। সেই জেউতি মুমায়। আৰু সেই গান মাৰ যায়। তেতিয়া আৰু মহামিলনৰ উদ্দেশে সৃষ্টি নাগুৱায়। ই অচল হৈ পৰে। জীৱনতে মহামৰণ ঘটে। আত্মাৰ অস্তিত্ব হেৰায়। সৃষ্টিৰ মূল চূৰমাৰ হয়। ভীষণ প্ৰলয়-কাণ্ড উপস্থিত হয়। তেতিয়া নতুন বিধান হয়। সেই প্ৰলয়ত মহাপ্ৰভুৰ আবিৰ্ভাব হয়। এনে প্ৰলয়তে প্ৰভু মৎস্যৰূপে 'অৱতাৰ ভৈলা প্ৰথমত। 'উদ্ধাৰিলা চাৰিবেদ প্ৰলয় জলত॥' নতুন সৃষ্টিৰ জন্ম হয়। তাত মহাপ্ৰভুৰ বাণী ঘোষিত হয়। সৃষ্টিৰ ভেদ ভাঙ্গি দিয়ে। উদ্দেশ্য ঢিলাই দিয়ে। প্ৰাণে প্ৰাণে শুনাই দিয়ে। জেউতি বিলাই দিয়ে। তেতিয়া জগতে নতুন প্ৰাণ পায়, ধৰ্ম্মত দীক্ষিত হয়। আৰু সেই মহামিলনলৈ আগ বাঢ়ে।

এনে প্ৰলয় আৰু সৃষ্টি পাতনিও প্ৰকৃতিৰে এটি নিয়ম। মাজে মাজে প্ৰাণৰ গান, হিয়াৰ জেউতি ক্ষীণ হৈ আহে। প্ৰাণত সঞ্জীৱনী দেখিবলৈ তেতিয়া কবিৰ আৱশ্যক হয়। জগতে কবিক আহ্বান কৰে।

কবি তেন্তে উঠি আহা মুখত বাঁহীটি লৈ
নতুন সুৰেৰে তুমি জগত জগোৱা।

ভগৱন্তে নিজেই কৈছে—"যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত। অভ্যুত্থানম-ধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম॥" সেয়েহে য়ুৰোপত অধৰ্ম্মৰ ভাৰেৰে সত্য-সুৰুজক ঢাকি ধৰোঁতেই ত্যাগীপুৰুষ যীশুৰ আৱিৰ্ভাৱ। সেয়েহে ভাৰতৰ সনাতন ধৰ্ম্মৰ

গ্লানি আৰু অধৰ্ম্মৰ উত্থানৰ কালতে বুদ্ধদেৱৰ অৱতাৰ। আৰু সেয়েহে অসমৰ ঘোৰ অৰাজকতা আৰু অত্যাচাৰৰ যুগতে সতী জয়মতীৰ অৱদান।

যীশুৱে যি প্ৰাণ পালে প্ৰাণ দি, সেই প্ৰাণতে সৃষ্টি আজি অনুপ্ৰাণিত। শাক্যমুনিয়ে যি জয়বাণী শুনালে জীৱন জয় কৰি, সি আজি পৰ্ব্বতে-ভৈয়ামে প্ৰতিধ্বনিত। তেজোময় জয়মতীয়ে নিজৰ পবিত্ৰ তেজেৰে অসমৰ বুকুত মাৰ যোৱা পাপ তেজ ধুলে। সেই তেজৰ সোঁত আজিও জগতৰ শিৰাই শিৰাই প্ৰবাহিত আৰু এইদৰেই চলিব প্ৰলয়ৰ আগমুহূৰ্ত্তলৈকে।

পাছে তোমাৰ কাম কি ? যীশুৰ প্ৰাণেৰে তোমাৰ প্ৰাণ ভৰি যাওক। বুদ্ধদেৱৰ বাণী মৰ্ম্মত স্পৰ্শ কৰক। হিয়া জয় কৰক দিয়া ; জয়মতীৰ পবিত্ৰ তেজৰ সোঁত তোমাৰ অন্তৰ ভেদি বৈ যাওক। কিন্তু মুকলি প্ৰাণতহে ৰাগ-পদ সোমায়। তাৰ দুৱাৰ জপোৱা থাকিলে ই সোমাব কেনেকৈ ? এইদৰে সেইসকলৰ বীণাৰ ৰাগিণী প্ৰাণত পশিব কেনেকৈ যদি প্ৰাণ মুকলি নহয় ? মুকলি হোৱাঁ, উদাৰ হোৱাঁ। সেই মহাপ্ৰাণে তোমাৰ প্ৰাণ ভৰি যাব। আগ ধৰি ঘোষা পদ শুনি যাব পৰা হোৱাঁ। পাছতো তাৰ ৰস পান কৰিবা। আগ ধৰি প্ৰাণ পাই লোৱাঁ। পাচতো প্ৰাণৰ মিলনলৈ আকাঙ্ক্ষা কৰিবা।

তাকে নকৰি তেওঁলোকৰ বাহ্যিক খোজত খোজ দিলে, লোকে তোমাক হাঁহিবহে। তাত লাভো নাই, মূলো হেৰায়। সেই মহাপ্ৰয়াণৰ বাটততো ই তোমাক সহায় নকৰে। ইযে জড়। তুমি মহাচৈতন্যত মিলিবলৈ খোজ লৈছা, কি সাহেৰে তুমি তেনে কৃত্ৰিম আৰু অচেতন বস্তু তোমাৰ লগত নিবা ? সেয়েহে তোমাৰ যাত্ৰাত শঙ্কৰদেৱৰ 'কীৰ্ত্তন' সম্বল নকৰিলে নহব।

কীৰ্ত্তন লোৱাঁ, যত শঙ্কৰৰ প্ৰাণো গোঁঠা আছে। জানিবা যেতিয়া তোমাৰ প্ৰাণ তেওঁৰ প্ৰাণত সোমাব বা তেওঁৰ প্ৰাণ তোমাৰ প্ৰাণ ভৰি পৰিব। তেতিয়াই তেওঁৰে তোমাৰে মহামিলন ঘটিব। আৰু তেতিয়া তুমিও এজন শঙ্কৰদেৱ।

শুনা সোৱা মহাপ্ৰাণৰ বাণী আহিছে। প্ৰাণ মুকলি কৰা বাণী আদৰি আনা ধৰ্ম্মত দীক্ষিত হোৱাঁ আৰু নতুন পোহৰৰ দেশলৈ বাট লোৱাঁ। ওঁ শান্তিঃ ॥*

---

* ১৯১৫ চনৰ ২৬ ছেপ্টেম্বৰৰ ৰাতিপুৱা বহা শিৱসাগৰৰ বিমলালয় সভাত পঠিত।

# সৌন্দৰ্য্য

আমি দেখিছোঁ, নিঃচেই কেঁচুৱা ল'ৰা এটিয়ে চকুৰ পবিত্ৰ জেউতিৰে সকলোকে বশ কৰি, কেতিয়াবা আকাশৰ ফালে, কেতিয়াবা গছ-গছনিৰ ফালে, কেতিয়াবা দুবৰি বনে আগুৰি থকা চোতালৰ ফালে ট-টকৈ চাই থকা। আমি কিন্তু সেই আকাশলৈ, অনন্ত ঈশ্বৰৰ আভাস পোৱা সেই আকাশলৈ যিমান থৰ লাগি চাওঁ সিমানেই খেলি-মেলিৰ বাজে আমাৰ মনলৈ আন একো নাহে। গছ-গছনি আৰু সেউজীয়া দুবৰিলৈ চালে অতি টানে কবিৰ এফাকি-দুফাকি পদলৈ মনত পৰাৰ বাহিৰে আন আৰু প্ৰায়ে একো নহয়। সেই দেখি কেঁচুৱা ল'ৰাটিৰ ভাব দেখি যেতিয়া কৌতুকতে আমিও আকাশলৈ চাওঁ, গছ-গছনি আৰু দুবৰিলৈ চাওঁ, আগে-পাছে নেদেখা কিবা এটি তাত দেখোঁ, আগে-পাছে নুবুজা কিবা এটি বুজি উঠোঁ আৰু আগে-পাছে নভবা কথা আহি মনত খেলায়হি, তেতিয়াৰ মনত ভাব হয়—নহয়, হিয়াৰ অনুভূতি অৱশ্যে প্ৰকাশ কৰিব নোৱাৰি। এইফেৰিয়েই আমাৰ ওপৰত সেই কেঁচুৱা ল'ৰাটিৰ পৱিত্ৰ আত্মাৰ পবিত্ৰ প্ৰভাৱ। কেঁচুৱাটিৰ সহায়ত আমি নেদেখা বস্তু দেখিলোঁ আৰু হিয়াত নতুন অনুভূতি হ'ল।

আকাশত, গছ-গছনিত আৰু দুবৰিত আমি যি নেদেখা বস্তু দেখিলোঁ তাকে মই সৌন্দৰ্য্য বুলিছোঁ। এই সুন্দৰৰ ভাব-সৌন্দৰ্য্যক মগজুৰে চুকি নেপায়, কথাৰে প্ৰকাশ কৰিব নোৱাৰি, কেৱল অন্তৰেৰেহে অনুভৱ কৰিব পাৰি। আমাৰ যিবিলাক বস্তু দেখি কেতিয়াবা কেতিয়াবা নেদেখা বস্তু দেখাৰ নিচিনা লাগে, প্ৰায় সকলো সময়তেই আমাৰ এক প্ৰকাৰ অনুভূতি হয়। সেই দেখি, আমি বুজিছোঁ যে যদিও আমি আমাৰ উকা চকুৰে দৃশ্যমান বস্তুবিলাকৰ ৰূপত বিভিন্নতা দেখোঁ, কিন্তু সেই সকলোবোৰৰ অন্তৰ্নিহিত ভাব একে। সকলো বস্তুৰ সেই অন্তৰ্নিহিত ভাবে আমাক একেৰকমে অনুপ্ৰাণিত কৰে। আমি আগেয়েই বস্তু-বিলাকৰ অন্তৰ্নিহিত ভাবকে সৌন্দৰ্য্য বুলি আহিছোঁ। গতিকে সৌন্দৰ্য্য সকলো ঠাইতে সকলো বস্তুতে একে, ইয়াৰ বিভিন্ন প্ৰকাৰ নাই।

আমি দেখা বস্তুবিলাক কেতিয়াও আমি দেখাৰ নিচিনা নহয়। সেইবিলাক

আচলতে অইন ৰকমৰ। ধৰক, এজন মানুহ মাটিত বাগৰি পৰিছে, চুলিটাৰি আউল-বাউল হৈ আছে, চকুৰেদি গালৰ ওপৰেদি নিয়ৰৰ টোপালৰ দৰে টপ্-টপ্ কৰে চকুপানী বৈ পৰিছে। এই ছবিটো দেখিয়েই আমাৰ অনুভূতি হ'ল। সেই অনুভূতিত সেই আউল-বাউল চুলিটাৰি নাই, তাত নিয়ৰৰ টোপালৰ নিচিনা চকুপানী টোপালও নাই। আমাৰ মনৰ কেমেৰাত এই ছবিটো হুবহু ছাপ খাই ৰ'ব পাৰে। কিন্তু আমাৰ হৃদয়ত সি বেলেগ আকাৰতহে প্ৰতিবিম্বিত হ'ল; সি তেনেই স্বকীয়া ভাব যাক কেৱল অনুভৱ হে কৰিব পাৰি, মনত ধাৰণা বা কথাৰে প্ৰকাশ কৰা অসম্ভৱ। এতিয়া ক'তা, দেখা বস্তুটোতো দেখাৰ দৰে নহ'ল!

এই দৃশ্যটোত আমি চকুৰে নেদেখা বা সহজে নুবুজা কিবা এটা ভাব লুকাই আছিল যি ভাবক ছবিটোৰ প্ৰাণ বুলিব পাৰি। তাক কেৱল আমাৰ হিয়াইহে উপলব্ধি কৰিব পাৰিছে। "The seen is the mirror of the unseen" দেখা বস্তুবিলাক একোখন দাপোণ, য'ত আমি নেদেখা বস্তুবিলাক দেখোঁ। এই-দৰেই আমি সৃষ্টিৰ সকলো বস্তুতে দৃষ্ট ৰূপত অদৃষ্ট ৰূপ লুকাই থকা দেখোঁ। যেনেকৈ এখন চিত্ৰপটৰ বেক্-গ্ৰাউণ্ডে ( back-ground ) পটখন তুলি ধৰে আৰু তাৰ অস্ফুট ভাব বেকত কৰে, সেই দৃশ্যমান সৃষ্টিৰো পাছফালে থাকি কিবা এটা অদৃষ্ট শক্তিয়ে তাৰ জেউতি চৰাইছে আৰু সৃষ্টিৰ অব্যক্ত ভাব বেকত কৰিছে। এই অনন্ত সৃষ্টি যি ভাবে অনুপ্ৰাণিত কৰিছে, সেই ভাবো অনন্ত। এই অনন্ত ভাব বা ৰূপৰ আধাৰ সেই সুন্দৰৰো সুন্দৰ পৰমেশ্বৰৰ বাহিৰেনো কোন হ'ব পাৰে? এই গোটেই বিশ্বৰূপৰ বেক্ গ্ৰাউণ্ড সেই বিশ্বৰূপাত্মা। এওঁ গোটেই বিশ্বৰ পাছফালে background স্বৰূপে লুকাই থাকি বিশ্বৰূপ বিকাশ আৰু বিচিত্ৰতা সম্পাদন কৰিছে। আগেয়ে উল্লেখ কৰা হৈছে যে কেৱল হিয়াৰ দুৱাৰেদিহে সৌন্দৰ্য্য দেখিব পাৰি। হুলেৰেহে হুল কাটিব পাৰি, প্ৰাণৰ দ্বাৰায়হে প্ৰাণৰ বস্তু উপলব্ধি কৰিব পাৰি। দুটা স্বকীয়া বস্তু মিলনৰ অৰ্থে সহানুভূতিৰ আৱশ্যক। সেই দেখি, আমি সৌন্দৰ্য্য উপলব্ধি কৰিবলৈ হলে সৌন্দৰ্য থকা বস্তুটোৰ লগত সহানুভূতি ৰাখিব লাগে। সুন্দৰ বস্তুটোৰ ভাবেৰে আমাৰ অনুভূতিৰে সামঞ্জস্য ঘটিলেহে তাৰ সৌন্দৰ্যই মূৰ্ত্তিমান হৈ আমাৰ আগত দেখা দিব।

আমি আগতে কৈছো যে দেখা বস্তুটো নেদেখা বস্তুটোৰ দাপোণ। নেদেখা

বস্তুটো হৈছে সৌন্দৰ্য্য। সৌন্দৰ্য্য দেখিবলৈ হলে আমাৰ হিয়াৰ আচিথন মচি-কাচি ফটফটীয়াকৈ ৰাখিলেহে তাত সেই নেদেখা বস্তুটোৰ সুন্দৰ প্ৰতিবিম্ব উজলি উঠিব। আমি সসীম শাস্ত, আমাৰ পক্ষে অনন্ত ঈশ্বৰৰ অনন্ত সুন্দৰ ভাব গ্ৰহণ কৰা নিতান্ত অসম্ভৱ। কিন্তু তেওঁৰ সৌন্দৰ্য্য আংশিকৰূপে গ্ৰহণ কৰা কঠিন নহয়। সৌন্দৰ্য্য সকলোৰে তলিত লুকাই আছে সঁচা, কিন্তু কোনো এক বিশেষ বাটেদিহে তাক উপলব্ধি কৰা উজু। কোনো বন্ধু-বান্ধৱৰ হৃদয়েদি, কোনোৱে মৰমৰ ভাই-ভনীৰ অন্তৰেদি সৌন্দৰ্য্য উপলব্ধি কৰি সুন্দৰৰ ভাৱত তন্ময় হয়।

হৃদয়ত থাপনা পাতি, ধূপ-ধুনাৰে হৃদয়-মন্দিৰ পৱিত্ৰ কৰি *সুন্দৰৰ* জগত অনুভূতি ৰাখি এহাগুধীয়াভাৱে সেই '*সুন্দৰম্*'-অক মাতিলে তেওঁ আহি আমাৰ হৃদয় জুৰি বহিবহি আৰু আমি সৌন্দৰ্য্যত আপ্লুত হ'ম।*

* ১৮৩৩ শকৰ ২৩ বহাগ দেওবাৰে শিৱসাগৰৰ বিমলালয় সভাত পঠিত।

## মহাৰণ

বিশ্বখনেই ৰণৰ ওপৰত প্ৰতিষ্ঠিত। বিশ্বৰ প্ৰাণ কৰ্ম্মৰ ওপৰত নিৰ্ভৰ কৰে আৰু সেই কৰ্ম্মই অকৰ্ম্মক নাশ কৰে। এই কৰ্ম্ম আৰু অকৰ্ম্মৰ তুমুল সংগ্ৰামৰ ফলাফলৰ ওপৰতে বিশ্বৰ অস্তিত্ব। এই দেখি ৰণ-বিগ্ৰহ, যুঁজ-বাগৰ একো ন কথা নহয়, সৃষ্টি পাতনিৰেপৰা ইয়াৰ অৱস্থিতি। আদিৰেপৰা বেলেগ বেলেগ হেতুকে এনে ৰণ-বিগ্ৰহ ঘটিব লাগিছে আৰু বুৰঞ্জীয়ে ঢুকি পোৱা কালৰেপৰা সংসাৰত এনে যুঁজ-বাগৰ সংঘটিত হোৱা আমাৰ চকুত পৰে। এই যুঁজে দুৰ্ব্বলীক নাশ কৰি বলীক যোগ্য স্থান দান কৰি, অযোগ্যক বিনাশ কৰি যোগ্যক প্ৰাপ্য অধিকাৰ দান কৰিছে। যুদ্ধৰ উদ্দেশ্য—"যোগ্যৰ উন্নতি আৰু অযোগ্যৰ নাশ"। মানৱ সমাজতো যোগ্যতা আৰু অযোগ্যতা লৈ চিৰদিন এনে যুদ্ধ চলিব লাগিছে। মানুহৰ অস্তিত্বৰ লগে লগে এনে যুঁজ-বাগৰো হবই লাগিছে। মুঠতে কবলৈ গ'লে, মানুহৰ মাজত এদিনৰ কাৰণেও ৰণ-বিগ্ৰহৰ অৱসান হোৱা নাই। কিন্তু বেলেগ হেতু লৈ বিভিন্ন বিভিন্ন আকাৰেৰে এনে সংগ্ৰাম সংঘটিত হয়। সভ্যতা লৈ, ধৰ্ম্ম লৈ, সাহিত্য লৈ, বিজ্ঞান লৈ, দৰ্শন লৈ মানুহৰ মাজৰ, বেলেগ বেলেগ জাতিৰ ভিতৰত সদায়েই এনে যুঁজ-বাগৰ বা প্ৰতিদ্বন্দ্বিতা আছেই। এনে যুঁজৰপৰা মানৱ জাতিৰ পৰম মঙ্গল সাধিত হয়। ই তেওঁলোকৰ সত্যৰ অনুসন্ধানত বিশেষ সহায় কৰে। এনে মঙ্গলপ্ৰদ যুঁজৰ বাদেও কেতিয়াবা মানুহৰ মাজত বৰ অমঙ্গলীয়া যুঁজ লাগে, আৰু জগতত প্ৰলয়-কাণ্ড উপস্থিত কৰোৱায়। যেতিয়া মানুহে ধৰ্ম্ম-কৰ্ম্ম এৰি দি ঐহিক বাসনাত মত্ত হৈ ধন-সম্পত্তিৰ টকা-কড়িৰ আৰু দেশৰ, ৰাজ্যৰ পাছত বলিয়া হয়, তেতিয়াও যুদ্ধ-ৰাক্ষসীয়ে ভীষণ ৰূপ ধাৰণ কৰি মানুহৰ মাজত দেখা দিয়ে। অতীতৰ এনে যুঁজ বুৰঞ্জীৰ পাতত মানৱ সমাজৰ কলঙ্ক-ৰূপে জিলিকিব লাগিছে। বৰ্ত্তমান কুৰি শতিকাৰ ( বৈজ্ঞানিক ) সভ্যতাৰ যুগতো বিজ্ঞান দৰ্শনৰ ( উন্নতিৰ ) কালতো মানুহৰ মাজত এনে নীচ প্ৰকৃতিৰ যুঁজ-বাগৰ নেলাগি থকা নাই। দেশ ৰাজ্য লৈ সভ্য জাতিসকলৰ ভিতৰতো মাজে মাজে এনে ৰণ লাগিছে।

পৃথিৱীৰ সকলো ঠাইতকৈ বেছি সভ্য য়ুৰোপৰ দেশবিলাকৰ মাজত এনে যুঁজবাগৰ প্ৰায়ে লাগি আছিল। ১৮৭০ খৃঃত জাৰ্ম্মান আৰু ফ্ৰান্সৰ ভিতৰত যি যুঁজ লাগে, যি ফৰাচী জাতিক অতি দুৰ্ব্বল কৰি পেলায়, সেই যুঁজত জাৰ্ম্মানবিলাকৰ জয় হয় আৰু ফ্ৰান্স দেশৰ কেইবাডোখৰ ঠায়ো তেওঁলোকৰ সীমাৰ ভিতৰলৈ আহে। এই বিপদৰ পাছত ফ্ৰেঞ্চবিলাকে নিজৰ দেশত ভালেমান দুৰ্জ্জয় গড় বান্ধে আৰু লাহে লাহে শক্তি সঞ্চয় কৰে। কিন্তু জাৰ্ম্মানবিলাকেও যুঁজ কৰি হাত-সাৰটি বহি নাথাকে। সেই তেতিয়াৰপৰা আজি প্ৰায়ে চল্লিশ বছৰৰ আগৰেপৰা, তেওঁলোকে ৰণ-বিগ্ৰহৰ কৌশল আৰু তাৰ বিজ্ঞানৰ উন্নতিৰ অৰ্থে কাচি পাৰি লাগে।

জাৰ্ম্মান জাতিটো বৰ উন্নতিশীল জাতি। তেওঁলোকে বিজ্ঞান সাহিত্য দৰ্শন সকলো বিষয়তে চৰম উৎকৰ্ষ লাভ কৰিছে। দিনে দিনেই তেওঁলোকে এটা নহয় এটা বৈজ্ঞানিক তত্ত্ব আৱিষ্কাৰ কৰিব লাগিছে, দৰ্শনৰ বহুল উন্নতি সাধন কৰিছে। ভাৰতৰ আৰ্য্য সাহিত্য দেৱভাষা সংস্কৃত সাহিত্যৰ সাগৰো জাৰ্ম্মান পণ্ডিতে মথি পেলাই তাৰ গৰ্ভৰপৰা অতুল ৰত্নৰাজি আৱিষ্কাৰ কৰিছে। এনে অনেক ৰকমৰ উন্নতিৰে আৰু সভ্যতাৰে তেওঁলোকে জগতৰ অশেষ মঙ্গল সাধিছে। কিন্তু জাৰ্ম্মানিৰ ইমানবিলাক সভ্যতাৰ আৱৰণ ভেদ কৰিও কিবা এটা অন্তৰ্নিহিত অভিপ্ৰায় জগতৰ চকুত পৰিছিল। সেই অভিপ্ৰায় হৈছে—জাৰ্ম্মানিৰ অৰ্থতৃষ্ণা, জাৰ্ম্মানিৰ ৰণ-পিপাসা। জাৰ্ম্মানিৰ ইমানবিলাক সাত্ত্বিক প্ৰকৃতিৰ প্ৰবৃত্তিৰ মাজতো এই দুটি অভিপ্ৰায় তিল-তিল কৰি জিলিকি আছিল। জাৰ্ম্মানিৰ এই দুটি অশুভ লক্ষণ জগতৰ আন আন জাতিৰ চকুত যে নপৰিছিল ই নহয়। কিন্তু তেওঁলোকে তাৰ বিশেষ সাৱধান লোৱাৰ একো আৱশ্যক নেদেখিছিল।

জাৰ্ম্মানিৰ এই অভিসন্ধিত ওচৰ-চুবুৰীয়া অষ্ট্ৰিয়াৰো যোগ আছিল। আন আন বিষয়ৰ উন্নতিত অষ্ট্ৰিয়াও জাৰ্ম্মানিৰ প্ৰায়ে সমকক্ষ আছিল। জগতৰ সবাতোকৈ উন্নতিশীল জাতি আৰু ইউৰোপৰ সৰ্ব্বপ্ৰধান শক্তি ইংৰাজৰে সৈতে এই জাৰ্ম্মান আৰু অষ্ট্ৰিয়া দেশৰ মিত্ৰতা আছিল যদিও ভিতৰি মনান্তৰ আছিল। জাৰ্ম্মানিৰ বহুদিনীয়া ৰণ-সজ্জা দেখি ইংৰাজসকলে ভাবিছিল যে কোনোবা এদিন এই জাতিটোৰে সৈতে তেওঁলোকৰ এখন যুঁজ লাগি উঠিব। ইংৰাজ ৰাজপৰিয়াল আৰু জাৰ্ম্মানিৰ ৰাজ-পৰিয়ালৰ ভিতৰত ওচৰ-সম্বন্ধ আছিল যদিও আৰু এই

দুটা জাতিয় ভিতৰত মিত্ৰতা থকা সত্বেও তেওঁলোকৰ আন্তৰিক সংভাৱ নাছিল। দুয়োটা জাতিয়ে সদায় দুয়োটা জাতিকে ঘিণ কৰিছিল। ১৯১২ চনত যেতিয়া বলকান যুঁজ লাগে তেতিয়াই বহুতে ভাবিছিল যে ইংলণ্ড আৰু জাৰ্মানিৰ ভিতৰত যুঁজ লাগিব। কিন্তু ই তেতিয়া হৈ নুঠাত বহুতৰ মনৰপৰা এই ভাব আঁতৰিছিল আৰু তাৰ পাছৰ কেইবছৰ শাঁতিৰেই চলিছিল। কিন্তু ১৯১৪ চনত এই কেতিয়াবাৰেপৰা লাগিব খোজা যুঁজৰ ফিৰিঙতি জ্বলি উঠিল। যেতিয়া বিজ্ঞানৰ বলত জাৰ্মানিৰ জনসংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে, তেওঁলোকে নিজৰ দেশত বসতিৰ কাৰণে ঠাইৰ অভাৱ অনুভৱ কৰিবলৈ ধৰিলে। ইয়াকে চেলু লৈ তেওঁলোকে যুঁজ পাতিবলৈ থিৰাং কৰিলে।

১৯১৪ খৃঃ জুলাই মাহৰ ২৮ তাৰিখে চাৰ্বিয়া দেশৰ চেৰাজেভ্ নামে ঠাইত অষ্ট্ৰিয়া দেশৰ যুৱৰাজ আৰু যুৱৰাণীক হত্যা কৰে। এই হত্যায়েই বৰ্ত্তমানৰ এই জগতব্যাপী ভীষণ সংগ্ৰামৰ উপকৰা কাৰণ হৈ পৰেগৈ। যুৱৰাজ আৰু যুৱৰাণীৰ হত্যাৰ বাতৰি প্ৰচাৰ হ'লত অষ্ট্ৰিয়াৰ চৰকাৰে চাৰ্বিয়ালৈ জনাই পঠিয়ালে যে যুৱৰাজ আৰু যুৱৰাণীৰ হত্যাত সংশ্লিষ্ট থকা চাৰ্বিয়াবাসী দোষী-কেইজনক অষ্ট্ৰিয়াৰ ৰাজ-বিষয়াই চাৰ্বিয়ালৈ গৈ বিচাৰ কৰি দণ্ড বিধান কৰিব। এই বাতৰিৰ উত্তৰো তেওঁলোকে ৪৮ ঘন্টাৰ সময় দি খুজি পঠিয়ালে। ওপৰৰ লেখা কথাষাৰত সন্মত হলে চাৰ্বিয়াৰ সন্মান হানি হয় আৰু এখন স্বাধীন দেশৰ পক্ষে তেনে কথাত সন্মত হোৱাটো অসন্মানজনক। গতিকে অষ্ট্ৰিয়াৰ সেই কথাত অসন্মতি প্ৰকাশ কৰি চাৰ্বিয়াই উত্তৰ পঠালে। ইয়াতে জ্বলি-পকি অষ্ট্ৰিয়াই চাৰ্বিয়াৰ বিপক্ষে যুঁজিবলৈ ওলাল। ৰুচিয়া চাৰ্বিয়াৰ ওচৰ-চুবুৰীয়া দেশ আৰু দুয়োখন দেশৰ মানুহ আদিতে একেটা গুৰিৰে মানুহ। সাতে পাঁচে ৰুচিয়াই এই লাগিব খোজা ৰণত চাৰ্বিয়াক সহায় কৰিবলৈ মনস্থ কৰিলে। কিন্তু ৰুচিয়া আৰু ফৰাচী দেশ সন্ধিৰ দ্বাৰায় যুক্ত আছিল, গতিকে ফ্ৰান্সও যে যুঁজত নামিব লাগিব ইও একপ্ৰকাৰ ঠিক হৈছিল।

জাৰ্মানবিলাকে কিন্তু এতেবেলি নিমাতে আছিল আৰু লাহে লাহে তেওঁলোকৰ সৈন্যবিলাক চলাচল কৰোৱাইছিল মাত্ৰ। কিন্তু যেতিয়া ফ্ৰান্সকো যুঁজত লগা যেন দেখিলে, তেতিয়া জাৰ্মানিয়েও অষ্ট্ৰিয়াক প্ৰকাশ্যভাৱে ৰণত সহায় কৰিবলৈ ওলাল।

বেলজিয়াম ইউৰোপৰ সবাতোকৈ সৰু দেশ। সকলো ইউৰোপীয় জাতিয়ে

গোট থাই হেগ্ কনফাৰেঞ্চত মীমাংসা কৰিছিল যে যত্তপি কোনোবা শক্তিয়ে বেলজিয়াম আক্রমণ কৰে তেওঁলোকৰ সকলোৰেই ইয়াক ৰক্ষা কৰিব আৰু নিজে নিজেও কাচিতো বেলজিয়ামৰ ওপৰত অত্যাচাৰ নকৰে। এই জাতি-বিলাকৰ ভিতৰত জার্ম্মানিও অগ্রণী আছিল আৰু এই মীমাংসাৰ পাণ্ডুলিপিত জার্ম্মানিয়েও দস্তখত কৰিছিল। কিন্তু এতিয়া কামৰ সময়ত জার্ম্মানিয়ে বেলজিয়ামৰ মাজেদি ফ্রাঞ্চৰ লগত যুঁজিবলৈ অনুমতি খুজি পঠিয়ালে। বেলজিয়ামে এই অৱস্থাত সম্মতি দিয়া যুক্তিযুক্ত নেদেখিলে। এই কথাত জার্ম্মানিয়ে বেলজিয়ামেৰ মাজেদি বলেৰে ফ্রান্সত প্রৱেশ কৰিলে আৰু পূৰ্বৰ সেই প্রতিজ্ঞা-পত্র কেৱল 'তুলাপাতৰ টুকুৰা' ( scrap of paper ) বুলি উৰাই দিলে।

ইংলণ্ড ইমান পৰ মনে মনে আছিল। ৰণত যোগ দিয়াৰ এওঁলোকৰ সমুলি দৰ্কাৰ নাছিল। কিন্তু বেলজিয়ামৰ বিষয়ত জার্ম্মানিৰ সহিব নোৱৰা অন্যায় মন কৰি আৰু ন্যায়বান ইংৰাজজাতি মনে মনে থাকিব নোৱাৰিলে। ইংলণ্ডয়ো ফ্রান্স, চাৰ্বিয়া, ৰুচিয়া আৰু বেলজিয়ামৰ পক্ষ লৈ বেলজিয়ামক জার্ম্মানিৰ গ্রাসৰপৰা ৰক্ষা কৰিবলৈ ওলাল। ইংৰাজ সৈন্যদলে দলে দলে গৈ ফ্রান্সৰ উপকূলত নামিবলৈ ধৰিলে আৰু বেলজিয়াম ৰক্ষাৰ অৰ্থে প্রাণ-পণে যুঁজিবলৈ লাগিল। ইংলণ্ডৰ এই কাৰ্য্যত তেওঁলোকৰ ৰাজ্যৰ সকলো অধিবাসীৰ সহানুভূতি আছিল আৰু এই কাৰ্য্যত প্রাণ দিবলৈ কাচি-পাৰি ওলাল।

ইটালি দেশ সন্ধিৰ সূত্রৰ দ্বাৰায় জার্ম্মানি আৰু অষ্ট্রিয়াৰ লগতহে যুক্ত আছিল, কিন্তু সেই দুই জাতি ইটালিৰ একো পৰামর্শ নোলোৱাকৈয়ে যুঁজত নমাৰ বাবে ইটালিয়েও মিত্রপক্ষত যোগ দিলে। জার্ম্মানিৰ ফুচুলনিত আৰু উচটনিত আৰু স্বাৰ্থৰ অনুৰোধত ইউৰোপৰ ( কোনো কোনো দেশ ) জার্ম্মানি আৰু অষ্ট্রিয়াৰ লগ লাগিলে। সেই ১৯১৪ খৃষ্টাব্দৰপৰা বৰ্ত্তমানলৈকে ইউৰোপৰ কেইবাটা সম্মুখত ( front ) এই যুদ্ধৰ ( ভয়ংকৰ ) অভিনয় ( চলিব ) লাগিছে। ইংৰাজ শক্তিয়ে ( সহায় ) কৰিবলৈ আগেতেই জার্ম্মানিয়ে ( বেলজিয়াম ) দখল কৰিলে। আৰু ফৰাচী দেশৰ সীমাতো ( প্রৱেশ ) কৰিলে। কিন্তু সেই দেশ পোৱা মাত্রেই ইংৰাজ শক্তিয়ে ইয়াৰ গতিৰোধ কৰিলে। তেতিয়াৰেপৰা সেই পশ্চিম সম্মুখত বা কেন্দ্রত ( Western front ) জার্ম্মানি আৰু আগবাঢ়িব পৰা নাই।

পূব সম্মুখতো জার্ম্মানবিলাকে বিশেষৰূপে কৃতকাৰ্য্য হ'ব পৰা নাই। সেই

পোনেও এবাধবা যুঁজহে লাগিব লাগিছে। উপযুক্ত সহায়ব অভাৱত অষ্ট্রিয়াই চাৰ্বিয়া আদি দখল কৰিলে যদিও ফ্ৰান্স আৰু ৰুচিয়াৰ ফালে এখোজকে বঢাব পৰা নাই। ইপোনে ইটালিৰ লগতো চুৰ-চুৰীয়া যুঁজ লাগিব লাগিছে। শত্ৰুপক্ষৰ পৰাজয়ৰ-বাজে আন একো চিন দেখা নাই। এই মহাৰণ কেৱল মাটিৰ ওপৰ ভাগতে আবদ্ধ থকা নাই। ইউৰোপ মহাদেশ বেৰি থকা সাগৰ-মহাসাগৰ-বিলাক আৰু আকাশ মার্গ এই যুদ্ধ-ৰাক্ষসীৰ লীলা-ক্ষেত্ৰত পৰিণত হৈছে। সাগৰৰ ৰাণী ( mistress of the sea ) ইংৰাজ শক্তিকে জাৰ্মানিৰ নৌ-শক্তিয়ে কোনো প্ৰকাৰে হৰুৱাব পৰা নাই আৰু ই এক প্ৰকাৰ অসম্ভৱ। এই সাগৰত যুঁজ কৰা প্ৰণালীবিলাক সকলো বৰ্ত্তমান যুগৰ বিজ্ঞানৰ আবিষ্কাৰ। টৰ্পেড', চবমেৰিন ( আদিৰে ) এই জলযুদ্ধ চালিত হৈছে। বৰ্ত্তমান যুঁজৰ এক অংশ আকাশী যুঁজৰ বৰ্ণনা বৰ কৌতুকপ্ৰদ আৰু আচৰিত। মিত্ৰশক্তিৰ ( আকাশী যান ) শত্ৰুৰ অন্বেষণত আকাশত ; ( আনহাতে ) শত্ৰুপক্ষৰো আচৰিত বৈজ্ঞানিক আবিষ্কাৰ জেপেলিন আকাশ মাগত উৰাও মাৰিছে।

থল-যুঁজৰ সঁজুলিবিলাকো আগৰ কালৰ সঁজুলিবিলাকৰপৰা সমূলি পৃথক্। ইয়াৰ প্ৰণালীও একেবাৰে বেলেগ হৈছে। আজি-কালি যন্ত্ৰৰ দ্বাৰা হিলৈয়ে ১০ মাইল পৰ্য্যন্ত গুলি পঠিয়াব পাৰে। শত্ৰু-পক্ষৰেই বা মিত্ৰ পক্ষৰেই সৈন্যই মাটিৰ ওপৰত মুৰ তুলি থকা অসম্ভৱ হৈছে। থল যুঁজৰ বৰ্ত্তমান প্ৰণালী হৈছে মাটিত খাল খানি যুঁজ কৰা। এই ইউৰোপৰ যুঁজ গোটেই জগত বিয়পিছে। আত দূৰৰ পূবৰ জাপানেও আৰু আন কি চীনেও এই যুঁজত মিত্ৰ-পক্ষৰ লগ লাগিছে। ইমান দিন নিতাল মাৰি থকা মাৰ্কিন দেশেও মিত্ৰ-পক্ষক সহায় কৰিছে, আৰু শত্ৰুৰ বিপক্ষে যুদ্ধ ঘোষণা কৰিছে। আমেৰিকাৰ সাধাৰণ-তন্ত্ৰৰ সভাপতি উইলচন চাহাবে মিত্ৰ পক্ষক খাৰ বাৰুদ অস্ত্ৰ-শস্ত্ৰৰে সহায় ( কৰিছে। ) আমাৰ ভাৰতবৰ্ষৰপৰাও এই ( যুঁজলৈ অনেক সৈন্য ) গৈছে। দুখুনী ভাৰতে নিজৰ সন্তানেৰে আৰু নিজৰ গৰ্ভৰ ৰত্নৰাজিৰে ভাৰতেশ্বৰক বৰ্ত্তমান ( যুঁজত সহায় কৰিছে। ভাৰতৰ সৈন্যই ) জন্ম-জন্মান্তৰতো নেদেখা ( অচিন ) শত্ৰুৰ বিপক্ষে যুঁজি ৰণত গৌৰৱেৰে মৰণক আঁকোৱালি ধৰিছে। তেওঁলোকৰ ৰাজ-ভক্তি; সাহ-পিত অতুলনীয়। যি ভাৰতবাসীয়ে যুঁজলৈ নগৈয়ো নিজৰ ( শক্তি-অনুসাৰি ) ভাৰত সম্ৰাটলৈ সহায় পঠিয়াইছে, তেওঁলোকেও তেওঁলোকৰ নিখুঁত ৰাজভক্তি প্ৰকাশ কৰিছে। এই বিপদীয়া যুঁজৰ কালত ইংলণ্ড আৰু ভাৰত

মিলাপ্রীতিৰে ৰাজভক্তিৰ ( আৰু ) প্ৰজাবাৎসল্যৰ সূত্ৰেৰে বান্ধ খাই ৰৈছে। ই বৰ মঙ্গলৰ লক্ষণ।

এই যুঁজৰ ঢৌৰ কোব সকলোৰে গাত লাগিছে। জগতৰ বেহা-বেপাৰ বাণিজ্য আদিৰ বৰ ক্ষতি হৈছে। ( মানুহৰ ) জীৱন-যাপনৰ খৰচ আদ অতি মহঙা হৈ উঠিছে। শান্তি-স্থাপনৰ পাছতো এই দুৰ্য্যোগ সকলোৰে বহুদিনলৈ সহিব লাগিব। অলপতে ৰুচিয়া দেশত আত্মকন্দলৰ বৰ বিপদ হৈ গৈছে।...

---

এইখনি ৰচনা লিখি প্ৰতিযোগিতাত প্ৰথম হৈ ভগৱতীপ্ৰসাদে আউনীআটীয় সত্ৰাধিকাৰ স্বৰ্ণপদক লাভ কৰে। মাজে মাজে কিছু অংশ নষ্ট হোৱাত তাৰ ঠাইত বাক্যৰ সম্ভাব্য অৰ্থ দিবপৰা শব্দ বন্ধনী চিনৰ মাজত দিয়া হৈছে।

## জোন দেখা

বেলি মাৰ যোৱাৰ আগতেই আমি ৰেল ষ্টেচন পালোঁহি। গাৰীত আমালৈ এদনীয়াকৈ ৰথা ঠাই দুটা চাই ললোঁ। লাহে লাহে গাৰী এৰাৰ শেহ ঘণ্টা পৰিল। প্লেটফৰমত গোট খোৱা আমাৰ বন্ধু-বান্ধৱৰপৰা বিদায় ললোঁ, সৰহ গলতে নীৰৱে। গাৰী এৰিলে। খিৰিকীয়েদি দেখিলোঁ—পশ্চিমৰ পিনে এখন করুণ ছবি! ঠিক জানিবা ৰেলষ্টেচনৰ ঘটনাটোকেই তুলি ধৰিবলৈ কোনোবা চিত্ৰকৰে ছঁয়া আৰু পোহৰৰ তুলিকা বোলাই পটখন আঁকিছে। মই আঁহিলো, মোৰ বিদায়ৰ শূন্যতা পূৰাবলৈ তেওঁ আজি কোষতেই।

ধীৰে ধীৰে আন্ধাৰ নামিল। দুয়োকাষৰ পাহাৰবিলাক ভয় লগা হৈ পৰিল। আমি খিৰিকীৰ কাষৰপৰা মুখ ঘূৰাই বহিলোঁ। মাথোন দুই-এষাৰহে কথা ওলাইছিল। ইমান গহীন। পৰ্ব্বতীয়া বনৰ গোন্ধ মেলা খিৰিকীয়েদি আহি আমাৰ গোটেই কুঠৰী বুৰাই পেলাইছিল।

ৰাতিৰ আহাৰৰ কাৰণে আমি এঠাইত নামিছিলোঁ। তেতিয়া ওপৰত অলেখ তৰা, তলত জাকে জাকে জোনাকী পৰুৱা। অভ্যস্ত হৈ আমাৰ গহীন গহীন নলগা হৈছিলতি। কেৱল ৰেল-গাড়ীৰ কঠুৱা ঘৰ্ঘৰনি সত্বেও কেউকাষে এটা নীৰৱতা বিৰাজ কৰিছিল, ভাষাময় নীৰৱতা, ৰাতি বেছি হোৱা দেখি তেওঁ শুবলৈ কৈছিল, কিন্তু টোপনি সিমান নিদাৰুণ নহয়। বৰকৈ কোৱাত শুবলৈ ললোঁ, চকুৰে চকুৱে পৰি থাকোঁতেই এবাৰ মোৰ চকু মুদ গ'ল। টোপনিয়ে তেওঁৰ কথা শুনিলে হবলা। ভাল পোৱাৰ যে সকলোৱেই দাস।

হঠাৎ সাৰ পালোঁ। তেওঁ তেতিয়া খিৰকীয়েদি বাজলৈ চাইছিল। ময়ো সেই পিনেই মুখ উলিয়াই চালোঁ। জোন ওলাইছে। মই কলোঁ,—"তুমি বৰ আপোনপেটীয়া, অকলে অকলে জোন চাইছা।" তেওঁ মাথোন লাহেকৈ হাঁহিলে। তাৰ পাছত আৰু শোৱা নহ'ল। ৰাতি পুৱাবলৈ বাট চালোঁ।

সঁচাকৈয়ে ৰাতিপুৱালৈ বাট চোৱা নাছিলোঁ। তথাপিও অকল ৰাতিপুৱা

আহিয়েই নব'ল, আমি এবা-এবি হোৱা ষ্টেশ্বনটোত কাষ চাপিলহি। ইমান বেগাই চলিছিল সেই দিনাৰ ৰেল-গাড়ীখন!

তেওঁ ক'লে 'ষোৱাঁগৈ'। চলন্ত গাৰীখনৰ ফালে চাই ৰলোঁ। বিহুৰ ওলগনি লৈ তেওঁৰ চিঠি আহিল। লেখিছিল—জীৱনত সেই দিনাইহে যি জোন দেখিছিলোঁ। এতিয়া ভাবিছোঁ—সেয়েহে মোক দেখুৱা নাছিল আৰু সুধিলতো কেৱল হাঁহিছিল।

২১ ব'হাগ ১৮৪২। 'কৰুণ'

# আনন্দৰাম বৰুৱা

মানুহ অনন্তপথৰ যাত্ৰী। সেই যাত্ৰা বিপদ-সঙ্কুল। সেই বিপদৰাশিক ব্যৰ্থ কৰিবলৈ নিজক যথেষ্ট শক্তিশালী আৰু উপযোগী কৰি তুলিবলৈ জীৱনৰ প্ৰাথমিক অৱস্থাতে ছাত্ৰৰ কঠিন ব্ৰত-গ্ৰহণৰ আৱশ্যক হয়। এই ব্ৰত মানুহৰ অনন্ত যাত্ৰাৰ মঙ্গলাৱৰ্ত্তী হলেও, ই জীৱনৰ প্ৰাথমিক কাল ডোখৰতে আবদ্ধ থকা স্বাভাৱিক নহয়; জন্মৰপৰা জন্মান্তৰলৈ, কালৰপৰা কালান্তৰলৈ জীৱনৰ লগে লগে ছাত্ৰৰ প্ৰাণ চলিব লাগে। বিশ্ববিদ্যালয়ৰ শিক্ষা সাংকৰা কৰ্ম্মবীৰৰ অন্তৰৰপৰা ছাত্ৰৰ পৱিত্ৰ প্ৰাণ এচাৰি পেলালে যাত্ৰা আকৌ বিপদ-সঙ্কুল হৈ পৰে, সেইবিলাক ব্যৰ্থ কৰাৰ শক্তি লোপ পায়।

যিজন মহাত্মাৰ পৱিত্ৰ স্মৃতিৰ পূজাৰ অৰ্থে আজিৰ সন্ধিয়া ইয়াত সকলোটি গোট খাইছোঁহি সেই আধুনিক অসমৰ সৰ্বশ্ৰেষ্ঠ ছাত্ৰ স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ চুটি অথচ দীঘল জীৱনে এই প্ৰবন্ধৰ আদিতে লেখা কথাষাৰৰ সত্য প্ৰতিপাদন কৰে। মহাত্মা বৰুৱাই শিশুকালতেই ছাত্ৰৰ পৱিত্ৰ ব্ৰত গ্ৰহণ কৰে। চাৰে চৈধ্য বছৰ বয়সতেই বিশ্ববিদ্যালয়ত প্ৰৱেশ কৰি জীৱনৰ সন্ধিয়া বেলিলৈকে বাণীৰ মন্দিৰত একাগ্ৰধীয়াভাৱে নিজক নিবেদন কৰে। তাৰ ভিতৰতে তেওঁৰ সাধনা-ফুলনিৰপৰা ছিঙি-অনা পৱিত্ৰ ফুলৰ একাঁজলি দুআঁজলি ভাৰতীৰ চৰণত অৰ্পণ কৰে। এনেতেই এদিন বৰুৱাৰ ৩৯ বছৰ বয়সত মৰণৰ দূত আহি তেওঁৰ চুটি অথচ দীঘল জীৱনৰ সামৰণি মাৰে।

জীৱনৰ প্ৰাথমিক অৱস্থা বা ছাত্ৰাৱস্থা বৰুৱাৰ গোটেই জীৱনব্যাপি আছিল। কবলৈ গ'লে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ যৱনিকা পতনৰ লগে লগেই তেওঁ (কঠোৰ কৰ্ম্মজীৱনৰ মাজত) পতিত হৈছিল। কিন্তু তেওঁৰ জীৱনত বিশেষত্ব বা বিচিত্ৰতা এয়েই যে কৰ্ম্মবীৰৰ কঠোৰ ব্ৰত গ্ৰহণ কৰিও তেওঁ নিজৰপৰা ছাত্ৰৰ পৱিত্ৰ প্ৰাণ এচাৰি পেলোৱা নাছিল। আৰু সেয়েহে তেওঁ চৰকাৰৰ ঘৰৰপৰা 'জয়ণ্ট মেজিষ্ট্ৰেট' আদি বিষয়বাব খাইও ভাৰতীৰ একান্ত সেৱক বুলি চিনাকি দি গৌৰৱলাভ কৰিব পাৰিছিল।

ওপৰত কৈ অহা হৈছে "আনন্দৰাম বৰুৱা আসামৰ সৰ্বশ্ৰেষ্ঠ ছাত্ৰ"। বৰুৱা ডাঙৰীয়াৰ বি. এ., বি. এচ্. চি., এল্. এল্. বি. বাৰ্-এট্-ল, আই. চি. এচ্. আদি ডিগ্ৰীবিলাকে নহয়, তেওঁৰ সংস্কৃত সাহিত্যত অগাধ অপৰিমেয় অতুলনীয় পাণ্ডিত্যইহে এইষাৰ কথা বেছি ৰকমে সমৰ্থন কৰে।

অসমীয়াই একত্ৰতাৰ আদৰ্শ বিচাৰি মহাভাৰতৰ দ্ৰোণাচাৰ্য্যৰ প্ৰিয় শিষ্য অৰ্জ্জুনৰ কাষ চাপিব নেলাগে, অসমীয়াৰ আপোনাৰ আনন্দৰামৰ জীৱনতে একাগ্ৰতাই পূৰ্ণমাত্ৰায় বিৰাজ কৰিছে। শিক্ষাৰ প্ৰতি আনন্দৰাম বৰুৱাৰ যি একাগ্ৰতা আছিল, সি আজিৰ অসমীয়াত 'পৰ্ব্বতৰ কাছকণী' নতু আনন্দৰামৰ উদং আসন আজিও উদং হৈয়ে নেথাকে।

একাগ্ৰতাই আনন্দৰামৰ জীৱনত ঐন্দ্ৰজালিক ক্ৰিয়া কৰে। ১৮৬৬ খৃঃ চৈধ্য বছৰীয়া আনন্দৰামে দেশ এৰি বিদেশত উচ্চ শিক্ষাৰ সূচনা কৰেহি। বিশ্ব-বিদ্যালয়ত এল্. এ. পৰীক্ষাত ষষ্ঠ আৰু বি. এ. পৰীক্ষাত ৩য় স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়; প্ৰতিভাৰ পুৰস্কাৰস্বৰূপে ষ্টেট্‌স্কলাৰশ্বিপ্ আৰু গ্ৰিলক্ৰাইষ্ট স্কলাৰশ্বিপ লৈ ইংলেণ্ডলৈ যাত্ৰা কৰে। বিলাতত কেৱল তিনি বছৰ থাকি তাৰ ভিতৰতে আই. চি. এচ্., এল্. এল্. বি, ব্যাৰিষ্টাৰী আদি পৰীক্ষা পাছ কৰি (উভ'৩) আহে। এই সকলোবিলাক আচৰিত সাধনা একাগ্ৰতাৰ মহিমাৰ প্ৰসাদতহে সিদ্ধ হৈছিল। সেই দেখিয়েই ক'ব পাৰি আনন্দৰাম মূৰ্ত্তিমান একাগ্ৰতা।

বিলাতৰপৰা উলটি আহি মহাত্মা বৰুৱাই গভৰ্ণমেণ্টৰ বিষয়বাব গ্ৰহণ কৰে। মৰণ-কাললৈকে তেওঁ নিজৰ বিষয় দক্ষতাৰে সৈতে সুচাৰুৰূপে সমাধা কৰে। ওপৰত কোৱা হৈছে, কামত সোমায়ো তেওঁ নিজৰপৰা ছাত্ৰৰ প্ৰাণ এৰাবি পেলোৱা (নাছিল।) তেওঁৰ নিচিনা দায়িত্বপূৰ্ণ কাম হাতত লৈ (ভাৰতীৰ) পূজা কৰা সাধাৰণ নহয়, ইয়াৰ উজ্জ্বল উদাহৰণ কেৱল অসমীয়াৰ ভিতৰত এক আনন্দৰামৰ জীৱনতহে দেখিবলৈ পোৱা যায়। তেওঁৰ জীৱনত এই চোৱাৰ ভিতৰতে মহাত্মা বৰুৱাই তেওঁৰ বিখ্যাত গ্ৰন্থকিথন প্ৰণয়ন কৰে। মৰণৰ আগলৈকে বৰুৱা ডাঙৰীয়াই নিজৰ বিষয়বাব আৰু সাহিত্যৰ অনুশীলনতে ব্যস্ত আছিল। শিক্ষাৰ প্ৰতি বৰুৱা ডাঙৰীয়াৰ যেনে একাগ্ৰতা, কৰ্ম্মতো · ···তেনে অক্লান্তি। তেওঁ প্ৰকৃত জীৱনযাপন কৰিছিল। কাৰণ তেওঁৰ গোটেই জীৱনেই কৰ্ম্মময় আছিল। সেই কৰ্ম্মৰ ফল অসমীয়াই লাগিলে ভোগ কৰিব জানকেই বা

নেজানক। বৰুৱা ডাঙৰীয়াৰ জীৱন সম্পৰ্কে যিবিলাক বৃত্তান্ত প্ৰকাশ হৈ গৈছে তাৰপৰা জানিব পাৰি যে আনন্দৰাম সকলো কথাতে সৰল আছিল। শিশুৰ সৰলতা তেওঁৰ জীৱনত জাজ্জ্বল্যমান। ই তেওঁৰ ধৰণৰ ডাঙৰ মানুহৰ জীৱনত একো অস্বাভাৱিক বা আচৰিত কথা নহয়······কিন্তু সৰ্ব্বসাধাৰণৰ পক্ষে তাত অনেক শিক্ষাৰ বিষয় আছে।

চিভিলিয়ান বৰুৱা স্বভাৱতে গহীন আৰু নীৰৱ আছিল। তেওঁ আৱশ্যতকৈ বেছি কথা নকৈছিল, সকলোৰে সৈতে হলি-গলি কৰি মুফুৰিছিল। কৰ্ম্মবীৰৰ লক্ষণেই এনে······। বৰুৱাৰ আদৰ্শ লোৱা বাঞ্ছনীয়।

বৰুৱাৰ নিচিনা অসমীয়াৰ বৰ্ত্তমান যুগত এজন ডাঙৰ মানুহ ওলোৱা নাই। আজি ডেৰ কুৰি বছৰ হ'ল তেনেজন অসমীয়াই স্বৰ্গ প্ৰয়াণ কৰিছে। বৰুৱাই অধিকাৰ কৰা ৰত্নসিংহাসন আজিও উদং হৈয়ে ৰৈছে। বৰুৱা ডাঙৰীয়াই চৰকাৰী কামত বঙ্গদেশত বাস কৰিছিল, বঙ্গবাসীয়ে বৰুৱাদেৱৰ প্ৰতিভাত মুগ্ধ হৈ তেওঁৰ স্মৃতিৰ সম্মান কৰিছে। তেওঁৰ নামত বালিকা বিদ্যালয় স্থাপন কৰিছে। কিন্তু অসমীয়া অতদিনে নিঃসাৰেই আছে।

বৰ্ত্তমানত অসমীয়া ছাত্ৰ-সমাজে কলিকতা বিশ্ব-বিদ্যালয়ৰ চিনেট হলত বৰুৱাদেৱৰ তেল ছবি অঁৰাৰ আয়োজন কৰিছে। ই অতি মঙ্গল অনুষ্ঠান, ইয়াত সকলোৰে সহানুভূতি থকা উচিত। কিন্তু চিনেট হ'লত অকল তেলছবি অঁৰিলেই বৰুৱাদেৱৰ স্মৃতিত যথাযোগ্য সম্মান দেখুৱা নহয়। ওপৰত উল্লেখ কৰা বৰুৱাৰ গুণৰাশিৰ ৰহনৰ ছায়া পেলাই, তেওঁৰ একোখনি প্ৰাকৃতি প্ৰত্যেক অসমীয়া ছাত্ৰই অন্তৰত আঁৰি লোৱাই হৈছে তেওঁৰ প্ৰতি আমাৰ পৰম কৰ্ত্তব্য। আনন্দৰাম আই. চি. এচ্. হোৱা একো ডাঙৰ কথা নহয়, কিন্তু আই. চি. এচ্ ৰ ভিতৰত আনন্দৰামহে ডাঙৰ।

২৮ জুন ১৯১৮ চন
৫ বাজি ৪৩ মিঃ

# ৰবীন্দ্ৰ-জয়ন্তী

ভাৰতবৰ্ষৰ ঋষি-কবি ৰবীন্দ্ৰনাথ ঠাকুৰক ৰাজহুৱাকৈ শ্ৰদ্ধাঞ্জলি দিবলৈ কলিকতাত অজিৰপৰা এসপ্তাহলৈ ৰবীন্দ্ৰজয়ন্তী উৎসৱৰ আয়োজন। যোৱা ২৫ বহাগত কবিৰ সত্তৰ বছৰ বয়স পূৰ হ'ল ; সেই উপলক্ষে এই উৎসৱ। জগতৰ চৌপাশৰপৰা এই 'সত্তৰ বছৰৰ প্ৰবীণ যুৱা'লৈ আশীৰ্ব্বাদ আহিছে—"জীৱতু শতম্ শাৰদঃ'। কুৰি বছৰৰ আগেয়েও কলিকতাত পয়োভৰৰে কবিৰ সম্বৰ্দ্ধনা হৈছিল। তাৰ অলপ পাছতে কবিয়ে বিখ্যাত নবেল বঁটা পায়। এই বিষয়ে আনজন ভাৰতবৰ্ষীয় নবেল-বঁটা পাওঁতা বৈজ্ঞানিক ৰমনে কৈছিল বোলে বছৰে বছৰে সাহিত্যৰ নবেল বঁটা দিবলগীয়া হোৱাত তাৰ মোল কমিছে হয়, কিন্তু সেই বঁটা শতিকাৰ অন্তত দিবলগীযা হোৱা হলেও ই ৰবীন্দ্ৰনাথলৈ আহিলহেঁতেন। সেই সময়ৰপৰাই বিশেষকৈ কবিৰ জয়যাত্ৰা আৰু দিশে দিশে দিগ্বিজয়—কোনো বিদ্বানে তেনে কৰিব পৰা নাছিল। মানুহৰ হৃদয় জয় কৰা এই মহাপুৰুষজনৰ সাধনা কাব্যত, কথা-সাহিত্যত, গান আৰু সুৰ-সৃষ্টিত, তত্ত্ব-কথাত, ৰাষ্ট্ৰনীতিত, চিত্ৰ-শিল্প, নৃত্যকলা আদিত এনেকৈ বিকাশ পাইছে যে এনে আন এজন বহুমুখী প্ৰতিভাসম্পন্ন মানুহৰ উদাহৰণ বিচাৰি পোৱা টান। ৰাষ্ট্ৰনীতিৰ ক্ষেত্ৰত বহুত দিনৰ আগেয়েই তেওঁ নিজৰ দেশক "ভিক্ষায়াং নৈৱ চ" নীতি সোঁৱৰালে ; আত্মনিৰ্ভৰশীলতা আৰু আধুনিক সত্যাগ্ৰহৰ ভেটিত থাপি 'স্বদেশী সমাজ'ৰ ছবি আঁকি দেখুৱালে। স্কুলৰপৰা পলাই আহি আশ্ৰম পাতি ক'লে বোলে এই তপোবনেইহে ভাৰতবৰ্ষৰ সাধনাৰ ঠাই। সদৌ জগতক আহ্বান কৰিলে বিশ্বভাৰতীলৈ—"যত্ৰ বিশ্বং ভৱত্যেকনীড়ম্"। সেই দিন ধৰি ইয়ালৈ তীৰ্থযাত্ৰীৰ সমাগম ওৰ পৰা নাই। ইউৰোপৰ মহাৰণৰ পূৰ্ব্বেই কবিয়ে পশ্চিমৰ দেশে দেশে সতৰ্কবাণী শুনালে বোলে নেশ্যনেলিজিমৰ সাধনা আত্মঘাতী। ৰণৰ পাছত পৃথিৱী যেতিয়া তেজেৰে তিতিল আৰু দুখত বুৰিল, কবিয়ে বুজনি দিলে বোলে জড়শক্তিৰ প্ৰচণ্ডতা অতি প্ৰাচীন সি অবচলিত, অৱান্তৰ। মানুহৰ আত্মা, আধুনিক মানুহ জয়ী হ'ব, নতুন যুগৰ অৰুণোদয় দেখা গৈছে, মা ভৈঃ।

জগতৰ দুখ-দুৰ্গতিৰ কালত তেওঁৱেই বৰ্ত্তমান প্ৰধান প্ৰহৰী—great sentinel। তেওঁৰ বীণৰ তাঁৰত বেদনাৰ সূক্ষ্মতম কঁপনিও বাজি উঠে। 'জালিৱান ৱালাবাগৰ ঘটনাৰ অমানুষিকতাই কবিকেই পোনতে আঘাত কৰে।

······বহুতে তেওঁক দাৰ্শনিক কবি বোলে······দাৰ্শনিক নহয়। কিয়নো তেওঁ ······ঋষিৰ দৃষ্টিৰে সত্য উপলব্ধি কৰে। ···তেওঁ নহয়; মানুহৰ জীৱনৰ ধৰ্ম্মক ······এই বিষয়ে ১৯৩০ চনত (দিয়া) হিৰ্বাট বক্তৃতাৱলীয়ে এই মানুহৰ (জীৱনধৰ্ম্মৰ কথাকে কৈছে।) 'The Religion of Man.'······এটি অনুপম সাহোন আৰু······এটি সপোন। —Humanity of God বা Divinity of Man the Eternal—এই ধাৰণাতকৈ ধৰ্ম্মৰ কি ডাঙৰ আদৰ্শ হব পাৰে, ক'ব নোৱাৰোঁ। এই বাবেই হবলা কবিয়ে ভাৰতবৰ্ষক "বন্দে মাতৰমৰ' ঠাইত "বন্দে ভ্ৰাতৰম্" বুলি বন্দনা কৰিবৰ সময় হ'ল বুলিছিল।

কিন্তু ঘাই কথা, ৰবীন্দ্ৰনাথ কবি। কবিয়ে তেওঁৰ যোৱা জন্মদিনত নিজেই কৈছে "জীৱনৰ এই দীঘল চক্ৰপথ প্ৰদক্ষিণ কৰোঁতে কৰোঁতে আজি সেই চক্ৰকে সমগ্ৰৰূপে যেতিয়া দেখিবলৈ পালোঁ, তেতিয়া এটা কথা বুজিব পাৰিলোঁ যে, এটা মাথোন পৰিচয় মোৰ আছে, সি আন একোৱেই নহয়, মই কবি মাথোন।" তেওঁ কবি মাথোন, আৰু তেওঁ ভাৰতবৰ্ষৰ কবি, যি কবিয়ে ভাৰতবৰ্ষৰ প্ৰাচীন তপোবনৰ উৰি যোৱা ভাবৰ নীহাৰিকা গোটাই এখনি নতুন ভাৰতবৰ্ষ গঢ়িলে; আৰু যি কবিয়ে তেওঁৰ সৰ্ব্বানুভূতিৰ দ্বাৰায় সকলো দেশ, কাল আৰু পৰিণতিৰ মানুহ আৰু কোটি-কলীয়া পৃথিৱীৰ তৃণ-তৰু জীৱ-জন্তু সকলোৰে মাজত লুকাই থকা মিলনৰ যোগ-সূত্ৰডালি বিচাৰি উলিয়াই তাৰ সেই সৃষ্টিৰ ৰসত জুবুৰিয়াই আনন্দময় শান্তিময় আৰু এক কৰি তুলিলে। আজিৰ ছেগতে সেই বিশ্ববৰেণ্য কবিলৈ আমাৰ শ্ৰদ্ধা আগবঢ়ালোঁ।

"কবিঃ কাব্যেন পৰিপাহি সখা-সখায়ো অজৰো জৰিমাণ সঁৰ্জ্জ অসৰ্ত্যাস্তং নঃ"॥

## গিৰীন্দ্ৰনাথ বৰুৱালৈ

॥ ১ ॥

মৰমৰ কণমইনা,

তুমি পঠিওৱা birth-day wishesঅৰ হৈ কিনো জনাম? সজ ইচ্ছা, শুভাশীৰ্ব্বাদ, বিশেষকৈ তোমালোকৰপৰা, কোনো বিশেষ দিনত কিয় চিৰদিন বাঞ্ছনীয়।

অহা সপ্তাহতে শিৱসাগৰলৈ যোৱাৰ কথা আছে।

আমাৰ ভাল। আজি চোন বেছি লেখিবলৈ একোকে পোৱা নাই। থওঁ দেই।

মৰম জানিবা।

সোণাৰি
২৬ জুন ১৯১৯

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ

॥ ২ ॥

মৰমৰ কণমইনা,

তোমাৰ টপতৈয়াৰ চিঠিখনৰ হে শলাগ লৈছো। বিশেষণটোত কিবা বিশেষত্ব দেখিছানেকি? বিশেষণৰ ধৰ্ম্মই হৈছে বিশেষত্ব।

চিঠি-পত্ৰ লেখাটোও অৱশ্যে business correspondence নহয়! আৰু সেই বিধৰ নোও এথোন। মোৰ পঢ়া-শুনা বা লেখা-পঢ়াৰ ভিতৰতে বুলি ধৰোঁ। অতএব, চিঠি লেখাৰপৰা পঢ়া-শুনাৰ ক্ষতি হয়নে নহয় সেইটো তুমিয়েই উলিয়াবা। তুমি চাগৈ ভাবিছা মোৰ মহত্ব ই কেৱল পঠতি পঠতি পঠত্যেৱ,—কিন্তু সেইটো নহয়।

তুমি কেইদিন মানৰপৰা দহ-বাৰ লাইন লেখিয়েই "আজি এয়েহে" লেখিবলৈ ধৰিছা। ইপিনে আকৌ মোক লোৱা-দিয়াৰ ৰীতি পালিছোঁ মাত্ৰ বুলি অভিযুক্ত কৰিছা। লোৱা-দিয়াৰ ৰীতিত ব্যতিক্ৰম ঘটাবলৈ ভয় লাগে সঁচা আৰু এই ৰীতি প্ৰকৃততে পালন কৰিব পাৰিলে আনন্দৰে সীমা নোহোৱা হয়।

কিন্তু কত পাৰোঁ হবলা। যাৰে পৰা যিমান পাওঁ তাৰ শতকৰা নিচেই কম অংশও পৰিশোধ কৰিব নোৱাৰোঁ কিজানি। তাতেহে বেজাৰ, তাতেহে মৃত্যুৰ বিভীষিকা।

শ্ৰীযুত ইন্দ্ৰ কাকতী তোমালোকৰ আলহী হব খুজিছে বুলি লেখিছা। কেইদিন মানৰ আগেয়ে নাওজানৰপৰা পোৱা তেওঁৰ চিঠিৰপৰা সেই ঠাইতে এমাহ মানৰ কাৰণে খুটি পুতিব খোজাৰ হে বুজ পাইছিলো।

ইয়াত আজি যদিও ব'দ, আকাশ কিন্তু ফৰকাল নহয়।

মোৰ মঙ্গল। তোমাৰ কুশল আৰু তোমাৰপৰা শুনিবলৈ সোনকালে কামনা কৰিলো।

সোণাৰি — তোমাৰ মৰমৰ

২০ জুন ১৯১৯ — শ্ৰীভগৱতীপ্ৰসাদ

॥ ৩ ॥

মৰমৰ কণমইনা,

তোমাৰ চিঠিৰ হে শলাগ নলৈ যে নোৱাৰোঁ। লাগিলে তুমি সেইবাবে পেংলাইকে কৰা বা কৃতজ্ঞতাকে জনোৱা।

আজি আৰু মন বাৰিষাৰ মেঘমল্লাৰ কাণত বজাহি নাই ; অসুখীয়া বতৰৰ সেমেকা সেমেকা ভাব কেৱল।

ভাৱন্তত জনম লৈ আজি পৰিমিত মেঘদূতৰ দুৱাৰদলিতে ভৰি দিয়া নাই, ই বাৰু বেজাৰৰ বাহিৰে কিহৰ কথা ?

এৰা দেও, পঢ়া-শুনা কৰিব নোৱাৰি যেয়া লাগিছে।

চাই থাকোঁতে থাকোঁতেই দিনবিলাক চকুৰ আগেদিয়েই কেনেকৈ গলেহি। পাছকালে চাই পঠিয়ালে সিঁইতৰ কেৱল ছাঁটোহঁতহে দেখিবা। আমি আকৌ দেখা-দেখি হবলৈ বেছি দিন নাই ঈশ্বৰে কৰিলে।

আজিলৈ আৰু ইমানতে আঁৰ-কাপোৰ পৰক দেইবা।

মৰম জানিবা।

সোণাৰি — তোমাৰ

২৩ জুন ১৯১৯ — শ্ৰীভগৱতীপ্ৰসাদ

॥ ৪ ॥

মৰমৰ কণমইনা,

কালি তোমালোকক ষ্টেছনত থৈ আহি হষ্টেলত সোমাইছিলোঁ। যিটো experience কৰিব বুলি কৈছিলোঁ তাক হাবে হাবে কৰিছোঁ। তুমি ভাবিবকে নোৱাৰা দেও, ইমান ভয়ঙ্কৰ এই অৱস্থাটো। গোটেই নিজান, বাজত যেই হওক। ভিতৰতো যেন গোটেই উদং।

ভিতৰত কিছুমান conflicting ( ঘাত-প্ৰতিঘাতকাৰী ) ভাব আৰু অনুভূতি। তাকে লৈ কালিৰেপৰা আছোঁ।

এতিয়া আকৌ বাকীবিলাক ল'ৰাও যাবলৈ ওলাইছে। মইও আৰু ইয়াত নেথাকোঁ। থাকিবা কেনেকৈ দেও!

তুমি আজি পুৱাই নিৰাপদে ঘৰ পালাগৈ চাগৈ। মিঃ ব্ৰাউন বাটত আইদেওসকলৰ কুঠৰিত সোমাব লগাত পৰিছিল নেকি?

মৰম লবা। সময় নাই—। ষ্টেছনলৈ যাওঁ আৰু।

ব. হি. হষ্টেল — তোমাৰ

গুৱাহাটী — শ্ৰীভগৱতীপ্ৰসাদ

চেপ্তেম্বৰ ২১, ১৯১৯

১২॥ বজা

॥ ৫ ॥

মৰমৰ কণমইনা,

তোমাৰ চিঠিখনকে আজি ইয়াত পাবলৈ বুলি হবলা মই কালি আহি এইখিনি পাইছোঁহি। আমাৰ সাধাৰণ উপৰুৱা চেতনাৰ উপৰিও এটা চেতন আছে—মগ্ন চেতনা বা তলস্মৃতিৰ চেতনা, নহয়?

আজি বাহিৰত ফুৰিবলৈ ওলাই গৈছিলোঁ। বতৰ পেন-পেনীয়া। শৰতৰ আগমনৰ বাতৰি, কেৱল ৰাতিপুৱাৰ সৰি থকা শেৱালি কেইপাহেহে ঘোষণা কৰিছে। প্ৰকৃতিৰ মণি-দৰ্পণখন এতিয়াও এইফালৰ উপযোগী হৈ উঠা নাই।

শিৱসাগৰখন—তাতো যে প্ৰাণৰ স্পন্দন নায়েই। বিমলালয় সভা—যাৰ কথা বোধহয় তোমাৰ আগত উলিয়াইছিলোঁ—সিও নাস্তিত্বৰ বুকুতহে।

তেজপুৰলৈ যাবৰ প্ৰায়েই হলহি। মই কিন্তু যোৱাৰ দিন আৰু বাট এতিয়াও ঠিক কৰা নাই। ঠিক কৰিয়েই তোমাক জানিবলৈ দিম। তুমি কাহানি আৰু কেনি?

ব্ৰাউনৰ কথা লেখি সুখী কৰিলা। মোৰ ২১ তাৰিখৰ ভ্ৰমণ-কাহিনী—সি হৈছে মজাৰ গল্পৰ এপিঠি; এপিঠি কিয় এক অধ্যায়। তোমাৰ যদি শুনিবৰ মন গৈছে—পাছে-পৰে। মোৰ একপ্ৰকাৰ ভাল। সাদৰ জনালোঁ।

শিৱসাগৰ, তোমাৰ

চেপ্তেম্বৰ ২৯,১৯১৯ শ্ৰীভগৱতীপ্ৰসাদ

ৰাতি

॥ ৬ ॥

মৰমৰ কণমইনা,

এই পুৱা তোমাৰ চিঠিখনি আহি মোৰ হাতত পৰিলহি। তাৰ পাছত অনেক কথা—।

টেলিপেথিত বিশ্বাস দৃঢ় কৰিবলৈ আৰু এটা ঘটনা। তোমাৰ চিঠি পাম পাম বুলি বাট চাই থাকোঁতেই তোমাৰ চিঠি আহিল আগতে।

আজিও বতৰটো মুকলি নকৰিলে। সেই শেৱালি ফুলকেপাহৰ বাহিৰে আজিও শৰতৰ আগমনৰ একো চিন-চাব নাই। মোৰনো আৰু একপ্ৰকাৰ মঙ্গল বোলাত কিয় আচৰিত হলা?

কনফাৰেন্সলৈ যোৱাৰ কাল পাইছেহি। মই ৪ তাৰিখ মানেই তেজপুৰলৈ বুলি ঘৰ এৰিব লাগিব হবলা। সম্ভৱতঃ ককিলামুখেদিহে যোৱা হব। ককিলামুখ শুনিবলৈকে শব্দটো কেনে কেনেবা কেনেবা!

আকৌ তোমাৰ পৰা শুনিমনে ইয়াৰ ভিতৰতে? মোৰ ভাল। মৰম লবা।

শিৱসাগৰ, তোমাৰ

অক্টোবৰ ২, ৯১৯ শ্ৰীভগৱতীপ্ৰসাদ

পুঃ এতিয়াও লুকাই চুৰকৈ *Arabian Nights*অৰ সাধুবোৰ আৰু তুমি কোৱা 'অপেচৰীৰ সাধু'বোৰ নপঢ়াকৈ নেথোঁ। সেই দেখি—সেই কেই পিঠিলৈ লোভ সামৰিব নোৱাৰিলোঁ। ভ. প্ৰ. ব.

॥ ৭ ॥

মৰমৰ কণমইনা,

ভালেদিনৰ মূৰত এইকেইদিন মুকলি আকাশখন আৰু ফৰকাল বতৰটো পাই যেনে লাগিছে, কেবাদিনৰ মূৰত কালি তোমাৰ চিঠিখন পাইও তদ্রূপ তেনেই লাগিছে। তোমাৰ তেজপুৰৰ ডাক-ঠিকনা নেজানিহে মন্নো তোমালৈ লেখিব পৰা নাছিলো। যদিও লেখিবৰ সকাম হৈছিল।

তোমালোকৰ সম্মিলন যাত্রা সুখৰ হব বুলি আগৰেপৰা আশা কৰিছিলোঁ। এতিয়া সেই আশাৰ সফলতাত আনন্দিত হৈছোঁ। তাৰ উপৰিও আশা কৰিছিলো, তেজপুৰৰ সম্মিলনত তোমালোকক লগ পাম বুলি। কিন্তু আকস্মিক বকৰা বেমেজালিত পৰি যাব নোৱাৰিলো। সেই দেখিহে এতিয়া ভাবিছোঁ, তেনে আশা আগেয়েই নকৰাহেঁতেন ভাল আছিল, কাৰণ নোযোৱা আৰু যাব নোৱৰা দুটা সুকীয়া কথা। অৱশ্যে এই যাব নোৱৰাটো বিচাৰিলে আনন্দৰ হেতু পোৱা যায়, সেই আশাৰ ব্যৰ্থতা বা নিষ্ফলতাৰ মূলত মানুহৰ যে হাত নাই, দেৱতাৰ ইচ্ছাহে।

তোমালোকে অহাবাৰলৈ ছাত্র-সম্মিলনখন নিমন্ত্রণ কৰিছা বুলি শুনি সঁচাকৈয়ে ৰং পাইছো। গোলাঘাটৰ অধিৱেশনত নিশ্চয় খুব কৃতকাৰ্য্য হব বুলিয়েই আশা হয়।

তেজপুৰৰ সম্মিলনৰ বিষয়ে এই কেইদিন দুই আষাৰ শুনিছোঁ, কাগজ-পত্ৰইও তাৰ অভিভাষণাদি দেখিছোঁ। তথাপিও তোমাৰ পৰাহে সকলোবিলাক শুনিবলৈ বাট চালো। অৱশ্যে সাক্ষাতে লগ পালে।

বেলিৰ পোহৰ বা বৰদনো কেনে বস্তু একৰকম পাহৰিয়েই গৈছিলোঁ। এনেতে যেনিবা বতৰটো মুকলি কৰিছে—আজি চাৰিদিন মানৰপৰা।

গুৱাহাটীলৈ ৪ তাৰিখ মানে যাব লাগিব হবলা। তোমালোক কেতিয়ামানে যাবা লেখিবাঁচোন।

মোৰ সাদৰ জানিবা। মাধৱ মইনাকো মোৰ মৰম দিবা দেই।

মোৰ মঙ্গল।

শিৱসাগৰ

অক্টোবৰ ১৬,১৯১৯

তোমাৰ

শ্ৰীভগৱতী প্ৰসাদ

॥ ৮ ॥

মৰমৰ কণমইনা,

শাৰদীয় লক্ষ্মীয়ে আমাৰ ফালে গোটেই দেশ জুৰি তেওঁৰ ৰাজ্যৰ শুভ্ৰ পতাকা তুলি ৰহিছে। পুৱাৰ শেৱালি, পুৱাৰ আকাশখন আৰু সন্ধিয়াৰ আলিকাবৰ সুবাসে আৰু মাজে মাজে তৰা বুলি ভ্ৰমত পেলোৱা আকাশ-বাতিয়ে তেওঁৰেই যেন বিজয় ঘোষণা কৰিছে। আমি, আমি বুলিবলৈ যদি স্বত্ব নাই, মই নতজানু হৈ তেওঁৰ সিংহাসনৰ তলত পৰিছোঁ; নপৰি যে উপায় নাই।

প্ৰকৃতিৰ উদাৰ প্ৰাণৰ লগতে সহানুভূতি ৰাখিব পাৰিলে, মানুহৰ ফালে মন নকৰিও থাকিব পৰাটো সম্ভৱপৰ যেন লাগে। কাৰ্য্যত মন কৰিবলৈ বাধ্য হওঁ। শিৱসাগৰীয়া ছাত্ৰ-সমাজৰ নাড়ী চাই যেতিয়া তাত প্ৰাণৰ সঞ্চাৰ নথকা যেন পাওঁ, তেতিয়াই মৰণৰ বিভীষিকাই, অৱশ্যে মৃত্যুৰ মাধুৰীয়ে নহয়, আমাৰ বাহিৰ-ভিতৰ আৱৰি ধৰে। সেয়েহে আজি আমাৰ বিমলালয়ৰ পুনৰ প্ৰতিষ্ঠাৰ কাৰণে এই ভৰ দুপৰীয়াৰ ৰ'দৰ প্ৰকোপলৈ আওকাণ কৰিও, কঁকালত টঙালি বান্ধিব লগীয়াত পৰিছে।

*　　*　　*　　*　　*

মই ২৫ তাৰিখৰ ডাক-গাড়ীতহে গুৱাহাটীলৈ যোৱাৰ ঠিক কৰিছো। সেইদেখি মনথকাৰ সত্বেও তোমাক বাটত লগ নেপাম।

মোৰ ভাল। মৰম জানিবাঁ।

শিৱসাগৰ
অক্টোবৰ ২২,১৯
ভৰদুপৰীয়া

তোমাৰ মৰমৰ
শ্ৰীভগৱতী প্ৰসাদ

॥ ৯ ॥

মৰমৰ কণমইনা,

তুমি চাগৈ মোৰ চিঠিলৈ বাট চাই আমনি পাইছা। তাতে মম্নো যিমান সোনকালে ছেগ পাওঁ, সিমান সোনকালে লেখিম বুলি কৈ আহিছিলোঁ। এতিয়া অৱস্থাৰ পাকত পাৰ, এই চিঠিখনো তুমি চিলং এৰিবৰ মুৰা-মুৰি সময়ত পোৱানে নোপোৱা সিও সন্দেহৰ কথা হৈহে উঠিছে।

মই আজিও গুৱাহাটীতে বুলি ক'লে তুমি আচৰিত হবা। মই নিজে আচৰিত

থানিও থাকিব লগাত পৰিছোঁ। চিলঙৰেপৰা লগত পানীলগাৰ বীজ লৈ আহিছিলোঁ। পৰহিয়ে কালিয়ে ইমান গা বেয়া কৰি তুলিলে যে ৰেল-যাত্ৰা মোৰ কাৰণে একপ্ৰকাৰ অসম্ভৱ যেনেই হৈছিল। এতিয়াও মই প্ৰৱাসতে যদিও এনেকুৱা শাৰীৰিক অৱস্থালৈ মন কৰি তাক বনবাস বুলি ক'লে বেচি কোৱা নহয়। যি হক, আজিৰ গধূলিৰ গাড়ীত যাবলৈ ওলাইছো। ঠেঙালত সোমোৱাটো উচিত যেন ভাবি তাত ১ দিন বা ২ দিনৰ কাৰণে সোমাম বুলি ঠিক কৰিছো। কণমইনা, তুমি চিঠি পোৱাৰ সময়ত চাগে ইয়ালৈ আহিবলৈ ওলাবা। সেইদেখি মোৰ চিঠি দীঘল হোৱাটো বিষেয় নহব। লেখিবলৈ থকাৰ সত্বেও আজি আৰু নেলেখিম বা লেখিব নোৱাৰিম, এইটো আমাৰ সাধাৰণতেই হৈ থাকে।

কালি গধূলি বেলিকা পোৱা তোমাৰ চিঠিখনিৰ কথা এতে পৰেও উল্লেখ কৰা নাছিলোঁ। এতিয়া মাথোন যি উল্লেখহে কৰিলোঁ, বেছি আৰু নকওঁ।

হষ্টেললৈ এথন্তেকৰ কাৰণে গৈ আহিছিলোগৈ। তাত বিনা সুখ হলেও পৃথক মন। একো ভাল নালাগে। মোৰ আন্তৰিক মৰম লবা।

উজান বজাৰ<br>গুৱাহাটী<br>এপ্ৰিল ৯, ১৯২০

তোমাৰ মৰমৰ<br>শ্ৰীভগৱতী প্ৰসাদ

॥ ১০ ॥

মৰমৰ কণমইনা,

ইয়াৰ ভিতৰতে তোমালৈ লেখাৰ দুটা ছেগ পাৰ হৈ গ'ল। দুয়োটা ছেগতেই লেখো বুলি হাতত কাপ তুলি লৈছিলোঁ, দুয়োবাৰে কাপ আপোনা-আপুনি সৰি পৰিছিল। তুমি কথাটো বুজিবলৈ টান পাব পাৰা, কিন্তু নকবা মিছা বুলি। লাগিলে মোক অস্থায়ীভাৱে ক্ষমা এটাকে কৰিবা দেই, বুজাৰ সময়টো স্থগিত ৰাখি।

যদিও বৰ্ণমালাৰ অন্তৰ্গত নহয়, ফুটখিনিও আখৰেইহে, কণমইনা, যদি, কথা বুজোৱাটোতেইহে আখৰৰ প্ৰয়োজন।

দেখুৱাব নিশ্চয় পাৰি, কিন্তু এবাৰহে। সেই দেখি চোৱাৰ লোভটো সামৰাঁচোন এতিয়াৰ কাৰণে।

চোৱাঁ দেও—চাৰৰ দিন পৰিছে। মোৰ চৰ্ম্মচকুৰে এই বিষয়ত ক্ষোভত,

বেজাৰত বোহ-ঘৰত ঠাই লৈছেগৈ—অৰ্থাৎ সত্যাগ্ৰহ বা passive resistance অৱলম্বন কৰিছে। এই ছেগতে কিন্তু কল্পনা চকুটোৱে (এটানে দুটা) বেছ free play দাবী কৰি লৈছে।

হেৰা, কোনোবাই যদি এই চিঠিখন দেখে, এই চোৱা আৰু দেখুৱা কথাটো তেওঁৰ কাৰণে কি ডাঙৰ ৰহস্যই হৈ উঠিব। লোকৰ চিঠি আগলৈ নেচাওঁ বুলি চাগৈ সেইখিনিতে প্ৰতিজ্ঞা কৰি পেলাব।

তুমি কিন্তু সোনকালে লেখিবা দেই। মোৰ মৰম লবা।

সোণাৰি তোমাৰ মৰমৰ

মে ২, ১৯২০ শ্ৰীভগৱতী প্ৰসাদ

॥ ১১ ॥

মৰমৰ কণমইনা,

মই ডিবুৰুলৈ যাওঁতেই শুনিছিলোঁ তুমি দিনচেৰেকৰ কাৰণে গোলাঘাট এৰিছিলা বুলি। মোৰ মনেৰে এতিয়ামানে তুমি আকৌ ঘৰ পাবগৈ পোৱা। চাওঁতে চাওঁতেই এই দহোটা দিন গ'ল। মই আগৰ যি সোণাৰিৰ মানুহ সোণাৰিৰ হৈয়ে ৰলোঁ।

তুমি, তৰুণ ভটুৰ কথাত কবলৈ গ'লে, স্টুডেণ্টচ্ কন্‌ফাৰেন্সৰ কৰ্ম্মময় ক্ষেত্ৰত প্ৰবিষ্ট হৈছা। সেইদেখি তোমাৰ কামৰ লেখ নিশ্চয় বাঢ়িছে। মাজে সময়ে তোমাৰ কাম, কামৰ কথা শুনাই সন্তোষ দিবাঁচোন। কাম কৰিবলৈ টান পাওঁ যদিও, তাৰ কথা শুনিবলৈ বেয়া নাপাম চাগৈ।

আই-এছ.চি. পৰীক্ষাৰ ফলাফলৰ বাতৰি ওলাই গৈছে। আই-এ.ৰ বা ওলায় কেতিয়াকৈ! পৰীক্ষাযে ময়ো দিছিলোঁ, এতিয়াহে সেইটোৰ মোৰ ভাল বুজ হৈছে, লোকৰ খবৰ ওলোৱা দেখি। হেৰা, লক্ষ্মী হাজৰিকাৰ নামটো চোন নেদেখিলোঁ, কিয়? এইবাৰ I. Scৰ নামবোৰ কোনধৰণে ওলাইছে! দেখিছানে? আই-এ.ৰও এইদৰেই ওলালে মোৰ কাৰণে ভাল।

ইস্, এইবাৰ চিঠিপত্ৰ নেলেখাকৈয়ে বাৰু দিনকেইটা গ'ল। মই তাকেহে ভাবিছোঁ। মোৰ মৰম জানিবা।

সোণাৰি তোমাৰ মৰমৰ

জেঠ ৮, ১৮০২ শ্ৰীভগৱতী প্ৰসাদ

॥ ১২ ॥

চেনেহৰ কণমইনা,

ভাবিছিলোঁ মোৰপৰা পাই তুমিও লেখিবা। এই ভাবিয়েই কালি তোমাৰ চিঠি ইমান দিনৰ মূৰত পাইও তোমালৈ কালিয়েই নেলেখিলোঁ, আজি দুয়োখন চিঠিৰে সমিধানত একেলগে লেখিম বুলিয়েই। এতিয়া দেখিছোঁ বুদ্ধিটো নৰজিল। নৰজক, কিন্তু এতিয়াও মোৰ মনতে লাগিছে যেন তুমি আজি মোলৈ লেখিছা। সঁচা হলে আমাৰ চিঠি দুখনে বাটতে ভেট হ'ব। বেছ! তুমি চাগৈ হাঁহিছা, ভাবিছা চিঠিৰতো জীৱ নাই। খুব আছে, মই কৈছোঁ আমাতকৈও সিইঁতৰহে বেছি আছে। প্ৰমাণ লাগে? প্ৰমাণ দিব পাৰোঁ, কিন্তু ভয় হয় জানোচা কেনেবাকৈ F.R S. হব লগা হয়! কি কষ্টকৰ ভাবেই তেতিয়া বিখ্যাত হ'ব লাগিব।

তুমি এসপ্তাহ সুখে-সন্তোষে কুৰি-চাকি গ'লাহি। মই তাকে আশা কৰিছিলোঁ। এৰা, ময়ো ডিব্ৰুগড়লৈ গৈছিলোঁ। এইটো খুব সঁচা, এশবাৰ সঁচা, তত্ৰাচও মোৰ এতিয়া লাগিছে যেন সমাজিকতহে, ডিবুৰুত সেই ভুমুকি দি আহিলোঁগৈ। লাগিবৰ কথাই। বিয়াত যি বিভ্ৰান্তি হ'ল, তাৰ কথা তুমি মোৰ মুখৰপৰা শুনিব খুজিছা। মোৰ মুখৰপৰাইহে শুনিবা কণমইনা। কাপে বৰ্ণাবলৈ ৰাজী নহয়। মুঠতে সি হৈ গ'ল। অতি উপন্যাসিক ঘটনা। মোৰ ভাল।

মৰম জানিবাঁ।

সোণাৰি　　　　　　　　　　　　　　　　তোমাৰ

মে ২৪, ১৯২০।　　　　　　　　　　　　শ্ৰীভগৱতীপ্ৰসাদ

॥ ১৩ ॥

মৰমৰ কণমইনা,

তুমি বিচাৰৰ জোখেৰে মই চিঠিৰ যোগান ধৰিবলৈ সাজু নহওঁ বুলি নেভাবিবাঁ। চিঠি লেখিবলৈ মই ভাল পাওঁ। বেয়া নাপাবা, তোমালোকৰ চিঠি পঢ়িবলৈ পোৱাতকৈও ভাল পাওঁ। মুঠতে কুটাই ক'ব নোৱাৰাকৈ ভাল পাওঁ। প্ৰকৃত প্ৰেমৰ বাটত যেনেকৈ শতেক বিঘিনি, মোৰ এই ভালপোৱা কামটিতো অলেখ বাধা পকাটো স্বাভাৱিক' বাহিৰৰ বিঘিনি নহয়, হ'ব নোৱাৰেও; ভিতৰৰ বাধা। বহলাই নকওঁ।

সেই ঠাইৰ হাৱা-পানী লাগিহে যদি মোৰ চিঠিখন নিৰুদ্দেশ হ'ল। চিঠি-

থনবতো ব'ৰাগী হবৰ মন নাছিল। মোৰ চিঠিয়ে কয়, 'বৈৰাগ্য-সাধনে মুক্তি সে আমাৰ নয়'।

মোৰ অনুপস্থিতি তেনে বাঢ়িছে, অৱশ্যে qualitatively তলত। তুমি নেহাঁহিবা আৰু খংও নকৰিবাঁ, এইবাৰ লেখা বাবে দেই কণমইনা। সি যি হ'ক, ইয়াৰ ভিতৰতে মই ইমান স্থিতিশীল আৰু অস্থায়ীৰূপে ভ্ৰমণত অনাসক্ত হৈ পৰিছোঁ যে ফুৰা-চকাৰ নাম শুনিলেই মই উচাপ খাই উঠা হৈছোঁ, মোৰ মনতে লাগে, যেন ফুৰা-চকাটো সমাজিকৰ বনহে। ইয়াতেই বুজিবা মই কিমান নিদাৰুণভাৱে কিমান কঠোৰ দিঠকত। ইমান দিঠক যে এই কেইদিনৰ টিকা-ফটা ৰ'দকেইটাৰ আৰু ওলাওঁ ওলাওঁ হোৱা পৰীক্ষাৰ খবৰটোহে তাৰ লগত তুলনা হয়।

The Scottish Churches College খোলা আৰু তাৰ হষ্টেল খোলা-মেলাৰ বিষয়ে মই তোমাতকৈ অন্ধ ( বেয়া নেপাবা, তুমি নিজেই ব্যৱহাৰ কৰিছা এইটো শব্দ সেই দেখিহে )। Scottish Churchesঅলৈ যোৱাৰ বিষয়ে মই উদাসীন, তালৈ যাবলৈ যি যি কৰিব লাগে সেইখিনিলৈকেহে, তাৰ পাছত আৰু নহয়। তুমি তাৰ বিষয়ে বা-বাতৰি পালে মোক জনাবাঁচোন।

তোমাৰ ডাঙৰ কথা কি? ভয় খুউওৱা ভাষাত লেখিলাচোন! দেখুৱাব খুজিছানেকি কিবা? মিছা! বাৰু নেলেখিবাঁ। মোৰ ভাল। মৰম লবাঁ।

সোণাৰি তোমাৰ মৰমৰ

১লা জুন ১৯২০ শ্ৰীভগৱতী প্ৰসাদ

পুঃ 'বাঁহী'ৰ কামত সম্পাদকজননো আৰু হাওড়াৰ প্লেটফৰ্মত উফৰি ফুৰা বগা পাৰাডোখৰৰ বাহিৰে কোন হব!

॥ ১৪ ॥

মৰমৰ কণমইনা,

মই অলপৰ আগতেহে আহি এইখিনি পাইছোঁহি। সেই দেখি তোমাৰ মৰমৰ চিঠিখনিও পঢ়াৰ বেছি পৰ হোৱা নাই।

পৰীক্ষাৰ ফলাফললৈ আৰু নেলেখোঁ। হৈ যোৱা কথা নোহোৱা কৰিব নোৱাৰি। The darkest cloud has its silver lining. এতিয়া সেই ৰূপোৱালী ৰেখাটিকে লৈ থাকিব লাগিব আৰু।

স্কটছ চাৰ্চৰত ঠাই পাওঁনে নেপাওঁ ঠিক নোহোৱাত নাই পৰা জানো? তত্ৰাচ চেষ্টা কৰি চাম। সকলোৱেই অতি সোনকালেই যাবলৈ কৈছে—মোৰ মনেৰেও সেইটো ঠিক। যেতিয়া সশৰীৰে দৰ্খাস্ত কৰাৰ আৱশ্যক, সেই গুণে এই মাহৰ ২০ তাৰিখ বা সেই সময়তে কোনো এদিনত কলিকতালৈ যাওনা হম বুলি ভাবিছোঁ। তুমি জানো ইমান সোনকালেই ওলাবা? গোলাঘাটৰ বেমাৰ-তেজাৰৰ কথা শুনিছোঁ। শ্ৰীযুত যাদৱ দুৱৰাৰ অকাল মৃত্যুত সঁচাকৈয়ে বৰ বেজাৰ পাইছোঁ। ঈশ্বৰৰ ইচ্ছা।

বিমলা বৰুৱাক তোমাৰ Cong. জনাবলৈ চিঠিৰ আশ্ৰয় ললেহে হ'ব। শিৱসাগৰৰ শ্ৰীযুত সোণাৰাম দত্ত, ফিৰ্দ্ উচ আৰু যোগকান্ত বৰুৱা ১ম বিভাগত পাছ হৈছে। পিনাকপাণি শৰ্মা ৩য় বি.। বাকী কেজন···২য় বিভাগত। আজি আৰু বেছি নেলেখোঁ। আন্তৰিক মৰম লবা।

সোণাৰি | তোমাৰ
১৬ই জুন, ১৯২০ | শ্ৰীভগৱতীপ্ৰসাদ

॥ ১৫ ॥

মৰমৰ কণমইনা,

কালি এফালৰপৰা আহি ৰাতিহে ঘৰ সোমাইছোঁহি। সেইগুণে কালিয়েই তোমালৈ লেখিব নোৱাৰিলোঁ।

মই কাইলৈ কলিকতালৈ ৰাওনা হম, ৰাতিটো ঠেঙালত সোমাম। ২২ তাৰিখৰ দিনৰ গাড়ীত আকৌ তালৈ যাম। সেইদিনা তুমি কোৱাৰ দৰেই এখন্তেকলৈ হলেও তোমাক লগ পালে কিমান ভাল লাগিব। যদি ইয়াৰ ভিতৰতে ইয়াৰ কিবা সাল-সলনি হয়, মোৰ অনিচ্ছাক্ৰমেও, তোমাক জনাম বাৰু।

বেছি নেলেখোঁ। ভালে আছোঁ। তোমাৰ মঙ্গল কামনা কৰিলোঁ। মৰম লবা।

সোণাৰি | তোমাৰ
২০শে জুন, ১৯২০ | শ্ৰীভগৱতীপ্ৰসাদ

পুঃ কলিকতাত পোনেই 17-A Madan Mitter's Lane-অত উঠিমগৈ। শ্ৰীযুত ৰমা বৰকাকতীৰ বহাত। অৱশ্যে তাত এৰাতি বা দুৰাতিতকৈ বেছি নেথাকিম। মোৰ নতুন ঠিকনা নোপোৱালৈকে এই ঠিকনাতে লেখিবা যেন।

॥ ১৬ ॥

মৰমৰ কণমইনা,

তোমাক ফৰ্কাটিঙত লগ পাম বুলিয়েই আশা কৰি আহিছোঁ। হাতত বহুত সময় আছে এতিয়া। সেই দেখি এইদৰেই তাক কামত লগাইছোঁ তোমালোকলৈ চিঠি লেখি।

এতিয়া মিক্সড্ গাড়ীত যাম। গুৱাহাটীত ঘণ্টাচেৰেক ৰ'ম। কাইলৈ, তাৰ পাছদিনা দুপৰীয়া মানত কলিকতাত।

তোমাক লগ নাপালে ফৰ্কাটিঙত এইখন post কৰিম, কিন্তু লগ পাম বুলিয়েইহে মোৰ cent per cent আশা।

কিনো লেখিম এতিয়া আৰু।

তিতাবৰ ষ্টেচনৰ বাটচোৰা ঘৰ — তোমাৰ মৰমৰ

২২ জুন, ১০২০ — শ্ৰীভগৱতীপ্ৰসাদ

পুঃ মোৰ মৰম জানিবা।

॥ ১৭ ॥

মৰমৰ কণমইনা,

মই সেইদিনা বাটতে গুৱাহাটীৰপৰা তোমালৈ এখন লেখি আহিছোঁ। তাৰ পাছ দিনা মানে ২৪ তাৰিখে কলিকতা পালোহি। সম্প্ৰতি ওপৰৰ ঠিকানাত আছোঁ।

কালি The Scottish Churches Collegeঅত মোৰ নাম লেখালোঁ। মোৰ এই বিষয়ে বৰ শঙ্কা আছিলে, কালিহে মনটো পাতল লাগিছে। হষ্টেলত ঠাই পোৱা-নোপোৱাৰ বিষয়ে একো ঠিক হোৱা নাই এতিয়া এথোন। অহা মঙ্গলবাৰহে এটা ঠিক হ'ব। Ogilvie Hostelঅতে ঠাই পোৱাৰ আশা আছে। তুমি যে Scottishঅত admission লৈছা, এইটো সিহঁতৰ অফিছতে গম পালোঁ। তেহে মোৰ মনৰপৰা আৰু এটা খুদুৱনি আঁতৰ হৈছে। পাছে তুমি আহা কেতিয়ালৈ ইয়ালৈ? সোনকালেই আহাঁহে।

কলিকতাত এতিয়া monsoon আৰু সেই দেখিয়েই জহটো বৰ বেছি নহয়— বতাহ আৰু বৰষুণ আছে।

আৰুনো কি লেখোঁ? একোকে নেলেখোঁ আৰু। মোৰ ভাল। মোৰ মৰম লবা।

তোমাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ

॥ ১৮ ॥

মৰমৰ গিৰীন্দ্ৰ,

তুমি কালিমানে ছিলং পাবগৈ পোৱা। তোমাৰ চিঠি বহুতদিন নাইপোৱা যেন লাগিছে। গুৱাহাটীৰপৰাই যদি এখন লেখিলাহেঁতেন! কিয় নেলেখিলা? কাইলৈ পাম, নহয়নে? ঠিক পাম। এই সময়তে এই অক্টোবৰ মাহতে। পলম নকৰিবা আকৌ দেই।

ইয়াত প্ৰায়েই বৰষুণ। এই আহিন-মহীয়া দিনত কিয় বৰষুণ, মই ক'ব নোৱাৰোঁ। 'কোনো খ্যাপা শ্ৰাৱণ ছুটে এল আশ্বিনেৰি আঙিনায়'; কিন্তু ঘাটে-বাটে—ঘৰে-বাৰীয়ে শৰৎকালৰেই এটা বিশেষ ভাব, এটা পুলক বিয়পি পৰিছে, বিশেষকৈ নতুন ধানৰ পথাৰত আৰু ৰাতিপুৱাৰ বতাহত ওপঙি ফুৰা গোন্ধত। ঋতুবিলাকৰ বিশেষ সাৰ্থকতা মোৰ কাৰণে এয়েই—সেইবিলাকে মোৰ ভিতৰবে কোনো ঠাইত একোটা পৰশ দিয়ে—আৰু সেই পৰশতে স্তৰে স্তৰে কত সোঁৱৰণিৰ শতদল মেল খাই উঠে। ইমান অফুট সেই সোঁৱৰণীৰ বাণী, ইমান মণিব নোৱৰা তাৰ ছবি, ইমান বুজিব নোৱৰা তাৰ তত্ত্ব, ইমান অপাৰ্থিৱভাবেই ই স্বৰ্গীয়, ৰূপ, ৰস, গন্ধ স্পৰ্শৰে সৈতে এই কৌটিকলীয়া মাটিৰ পৃথিৱীখন কিমান ভাল পাওঁ মই ক'বকে নোৱাৰোঁ। কিমান-দিনীয়া কিমান গভীৰ, কিমান অবিচ্ছেদ্য, কিমান অৱশ্যম্ভাৱী এই ভাল পোৱা,—হায় কিমান বিস্ময়কৰ!

গিৰীন্দ্ৰ, তুমি হয়তো ভাবিবা, ভুলতেহে এইখন পত্ৰ তোমালৈ পঠিয়ালো। মোৰ প্ৰণয়িনী পৃথিৱীলৈ নপঠিয়াই। জানোচা ভুল হোৱাই নাই!

আজিৰ ডাকত এই চিঠি যাব বুলি guarantee দিব নোৱাৰোঁ। ইমান বেলি হৈছে এতিয়া। সেই দেখি থলোঁ। মৰমৰ চুমা ল'বা। মোৰ ভাল। আশা কৰো—তোমালোকৰ মঙ্গল।

সোণাৰি
অক্টোবৰ ৪, ১৯২১

তোমাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ

তোমাৰ চিঠি পাবলৈ pine কৰিছোঁ। ছিলঙৰ সেই পাইনবোৰৰ হো-হোৱনিবলৈ বৰ মনত পৰিছে।

॥ ১৯ ॥

কণমইনা,

কালি তোমালৈ মাথোঁ ফুশাৰীমানহে লেখিছিলোঁ। তুমিচোন নেলেখিলাই, কিয়? নে আজিকালি আৰু আজিৰ যুটীয়াকৈ (বানান ঠিক হৈছেনে?) পঠিয়াবা? এৰা, তুমি আৰু' আজি-কালি যুটিয়া সম্পাদক নহয়। এই থিনিতে আজিকালি, আজি কালি কেইবাটাও হ'ল, মিহলাই নেপেলাবা মাথোন। ইমানতে পাতনিৰ পাৰ্তনিৰ বাটচৰা পাৰ হওঁ। কিছুমান দিনৰপৰা ইয়াত বতৰ ইমান ধুকলি হৈ আহিছে, কি কম! এৰা, মুকলিটোৱেই ঠিক ঠাইত ঠিক শব্দ। এতিয়া তুমি বুজিলেই সকলো ঠিক হয়। হলেও মই ৰাতিপুৱাবোৰ বৰ অনুতাপেৰে miss কৰিছোঁ। যেতিয়া উষাৰ শেষ ৰেখাটিও মাৰ যায়, সেহতীয়া জেউতি ফেৰিও উৰি যায়, তেতিয়াহে মোৰ শৰতৰ ৰাতিপুৱাবিলাক হেৰুৱায়। মই সঁচাকৈয়ে অনুতপ্ত। তাৰ পাছত আৰু সন্ধিয়ালৈ বাটচোৰাৰ বাহিৰে উপায় নাথাকে। সিমান ৰাতিপুৱাই নিজৰ ঠাই বুকু নকৰিলে প্ৰকৃতিৰ চিনেমা-ঘৰ তোমাৰ কাৰণে পৰিপূৰ্ণ। আকৌ গধূলিহে তেনে এটা ছেগ আহে। ইয়াৰ মাজতে দিনটোৰ ভাগলৈ বাটচোৰাৰ বাহিৰে আৰু বিশেষ কাম নহয় বুলিলেই হয়। গধূলিৰ ছেগটো এৰি দিব লগীয়া নহয়। সেই অভিনয়ৰ মোৰ লগৰীয়া দৰ্শক হয় তোমাৰ ইংজেটেম্‌ৰেণ নহয়—পাৰ্ৱতি মইনা। নিৰ্দ্ধাৰিত সময়ৰ আগেয়েই পুখুৰীপাৰৰ খটখটিত আসন অধিকাৰ কৰি লওঁগৈ। লাহেকৈ পশ্চিমৰ দিগন্তব্যাপী পৰ্দাৰ সন্ধিয়াৰ অভিনয়ৰ চলন্তা ছবি একে একে ওলাবলৈ ধৰে। নাটৰ ঘটনা লাহে লাহে গভীৰতাত সোমাই পৰেহি……তেনেতে পাছলৈ ঘূৰি ঘূৰি চালে দেখোঁ—গোটেইখনতে জোনাকৰ ঢল আহি পৰিছে।

মোৰ মৰম লবা, তোমাৰ শ্ৰীযুতা মাক মোৰ নমস্কাৰ জনাবা। সোণক মোৰ স্নেহ দিবা। ইতি।

তোমাৰ

ভগৱতী

শিৱসাগৰ,
অক্টোবৰ ২৩, ১৯২০

॥ ২০

মৰমৰ গিৰীন্দ্ৰ,

তোমাৰ চিঠিখন সিদিনা পালোঁ। চিঠি লেখিব লাগে বুলিয়েই যে তোমালৈ লেখোঁ, তোমাকনো কোনে ক'লে সেই বুলি? চিঠি লেখিব লগীয়া হলেহে লেখোঁ। তুমি নোহোৱাতো Enquiry office ক'ৰহে? তুমি অইন কি ষ্টেটছ্-মেনৰ Notes and Queries কলমটোৰ কামো নকৰা, ভয় নাই।

এই গোটেইডোখৰ সময়তে তোমালৈ লেখিবলৈ সঁচাকৈয়ে মোৰ মানসিক আৰু শাৰীৰিক অৱসৰ নাছিল। শ্ৰীযুত ককাদেউতাৰ বৰ টান নৰিয়া হৈ গ'ল। সেইদিনা ককাদেউতাৰ নৰিয়া কুঠৰিত মৰণৰ দূতক ওচৰত দেখি গোটেই পৰিয়ালটোৰ আকুলতা আৰু উচুপনি। মোৰ জীৱনৰ এক অতুলন ঘটনা। ভাবি চোৱাঁ—মই ভাবিব লগীয়া হৈছিল—এই, মই খুৱাই দিয়া গাখীৰ-কণেৰেই ককাদেউতাই আমাৰ মাজৰপৰা মেলানি মাগিব। ঈশ্বৰৰ অনুগ্ৰহত সকলোকথাই অইন ফালে ঢাল ল'লে। আমি কেইদিন মানৰপৰা ইয়াতে থাকিব লগা হৈছে। মাথোন মাজতে এদিনৰ কাৰণে সোণাৰিৰপৰা আহিব লগা হৈছিল।

আৰু নেলেখোঁ, কাৰণ মোৰ যে কথাই নাই। তুমি লেখিবাঁ সোণাৰিলৈকে। ভালে আছোঁ—মৰম ল'বা।

ঠেঙাল
জুন ২৩, ১৯২২

তোমাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ

॥ ২১ ॥

মৰমৰ গিৰীন্দ্ৰ,

ঠেঙালৰপৰা আহিয়েই তোমাৰ চিঠিখন পাইছোঁহি—আজি এতিয়া শিৱসাগৰলৈ অহা বাটত। তাত এই ১০ বজাত কমলা আইদেওৰ বিয়া। এই চিঠিৰেই কমলাৰ বিয়ালৈ তোমাক নিমন্ত্ৰণ কৰিলোঁ, তোমাৰ মঙ্গলাকাঙ্ক্ষা, তোমাৰ শুভইচ্ছাক নিমন্ত্ৰণ কৰিলোঁ, কাৰণ তুমি যে মোৰ আপোন।

তোমালৈ চিঠি লেখিব পৰা নাই। কিন্তু তোমালৈ লেখিব পৰা আৰু তোমাৰপৰা চিঠি পোৱা যে মোৰ পৰম আনন্দ। তেও তোমালৈ চিঠি দিব নোৱাৰোঁ। কাৰণ সেইফেৰা আনন্দ যে মোৰ নাই। মোৰ নিজৰ কথা ক'ব

নোৱাৰিলেই কথা নথকা নহয়। কিন্তু তোমাৰ বেদনাৰ কথা শুনিলে আৰু বেজাৰ পাওঁ। জীৱন সুন্দৰ, উপভোগ কৰাঁ, গিৰীন্দ্ৰ, in the highest sense of it. ভৱিষ্যত এন্ধাৰ বুলি নকৰাঁ, কাৰণ সি তোমাৰ হাতত নাই। কিন্তু তাক এন্ধাৰ নকৰিবাঁ তোমাৰ বৰ্তমানৰ ছাঁবাই। ভৱিষ্যতৰ বস্তিগছি সুমুমায়; সুমুমাবাঁ, নেচাকিবাঁ। অবনীন্দ্ৰনাথৰ 'শেষ বোজা' ছবি দেখিছা? সেই হেন বোজা বৈও অসীমৰ ফালে আগবাঢ়িব লাগিব, আৰু তাতেই হে আনন্দ, তাতেহে প্ৰখৰ মহিমা।

তুমি লেখিবাঁ। মই হয়তো এই কেইদিন লেখিব নোৱাৰিমো। আশা কৰো তোমাৰ ভাল। কালি কিতাপখন পালোঁ। মৰম লবাঁ।

Down Mixed Train A. B. R. তোমাৰ মৰমৰ
৪ জুলাই ১৯২২, ১১ বজা দিনৰ। শ্ৰীভগৱতী

॥ ২২ ॥

মৰমৰ গিৰীন্দ্ৰ,

আজি আকৌ কেবাদিনৰ মূৰত চিঠি লেখিবলৈ ললোঁ। এতিয়া নিজল্লাল। ইমান নিজল্লাল যে পাটীত পৰি কাটি-কুটা নকৰাকৈ শুই থকাইহে স্বাভাৱিক যেন লাগিছে মোৰ কাৰণে। কমলা আইদেও এই দেওবাৰে আমাৰ মাজৰপৰা গুৱাহাটীলৈ, তাইৰ নতুন ঘৰলৈ গ'লগৈ। আজিলৈকে তাইলৈ লেখিবলৈ মোৰ সাহ হোৱা নাই। কিন্তু আজি তাইৰো চিঠি পাইছোঁ আৰু নেলেখি যে নোৱাৰোঁ। এইদৰে ঘৰ এৰি যোৱা আমাৰ ফালৰপৰা সিমান নহয়, কমলা আইদেওৰ ফালৰপৰা যে কিমান করুণ তাৰ কথা সাহিত্যত কালিদাসৰ অমৰ নাটখনিতেই যি পঢ়িছোঁ। আৰু সিদিনা নিজৰ জীৱনৰ অভিজ্ঞতাত অনুভৱ কৰিছোঁ ক'ব নোৱৰাকৈ, বুজাব নোৱৰাকৈ। কমলাৰ বিয়াৰ উপলক্ষ্যে দিয়া তোমাৰ চিঠিখন শ্ৰীযুতা আইতাৰ আগত পঢ়ি শুনালোঁ, কন্যাৰ আগত শুনাবলৈ সুবিধা নেপালোঁ; কিন্তু শুনাব লাগিবই, তাইৰ দ্বিতীয় ককায়েকৰ আশীৰ্বাদৰ কথা।

তোমাৰ বিলাতলৈ যোৱাৰ বাধাৰ কথা শুনি দুখ পালোঁ। আশা কৰোঁ যোৱা স্থগিত হৈছে মাথোঁ। তোমাৰপৰা আকৌ এই বিষয়ে শুনিবলৈ বাট চালোঁ।

আৰি দি অহা পৰীক্ষাৰ কিবা বাতৰি পোৱানে? শুনিছোঁ দুই-এক হেনো পাইছে। তুমিও পাইছানে? শুনি আশা কৰোঁ বং পাবা, ফিৰডিউচ্ হেনো Honours-অত 2nd Class Ist হৈছে Dacca University-ত, সেই subject-অত বোলে Ist Class নাই। মই মাত্ৰ শুনিছোঁ, কাগজে-পত্ৰই দেখা নাই।

বৰ্ত্তমান ইয়াত আছোঁ। তাৰ পাছত একো ঠিক নাই। আকৌ কলিকতানে কি? একো ঠিক নাই। আশা কৰোঁ নহয়। এতিয়া সামৰোঁ, ডাক নহ'লে যাবগৈ।

মৰম-চেনেহ ল'বা।

শিৱসাগৰ
জুলাই ১৯, '১৯২২

তোমাৰ মৰমৰ
শ্ৰীভাগৱতীপ্ৰসাদ

॥ ২৩ ॥

চেনেহৰ গিৰীন্দ্ৰ,

তুমি কোৱামতেই এই কেইদিন তোমালৈ লেখা নাই। তুমিও লেখা নাই বেছি; এটা Telegram আৰু এখন চিঠি মাথোন। তুমি আজি চাগে কলিকতাৰপৰা উলাটিবা, সেই ভাবিয়েই আজি লেখিবলৈ ললোঁ। সিদিনা শ্ৰীযুত দেউতাই কোৱাত পৰীক্ষাৰ Controllerঅলৈ পৰীক্ষাৰ বাতৰি শুধি telegram কৰিবলৈ মানুহ এটা পাঁচোতেই সেই মানুহটোৱেই পদূলিমুখৰপৰা আন এটা telegram লৈ মোক দি গলহি—খুদোৰপৰা অহা তোমাৰ আৰু মোৰ পৰীক্ষাৰ বাতৰি লৈ। সেইখন শ্ৰীযুত দেউতাক দিলোঁ, দেউতাই আনন্দ পালে, কাৰণ চকুৰে-মুখে বিৰিঙি ওলোৱা হাঁহিয়েই তাৰ চিন; আৰু ক'লে 'Presentiment'; শুধিবলৈ কওঁতেই পৰীক্ষাৰ খবৰ ওলালহি। মোৰ ইফালে হাঁহি মাৰ গ'ল, পৰীক্ষাৰ বাতৰিলৈ বাট চোৱাৰ চেলু লৈ বহি থকাৰ মুদা মৰিল যে। "মইনা, কিহত ধৰিছানো এতিয়া?" "বোপা, কি কৰা হৈছেনো?" —যত অবকৰাৰ অযাচিত প্ৰশ্নৰ জাউৰিৰ শিলাবৃষ্টিৰপৰা কোন গোবৰ্দ্ধনধাৰীয়ে মোক ৰক্ষা কৰিব! হায়, যেন এই ধোদৰ আলিৰ কাৰত ধোদ হৈ বহি থকাটো মোৰ পক্ষে অসম্ভৱেই। সি যিহক, তুমি মই আশা কৰাৰ দৰেই distinction পোৱাত নথৈ বং পালোঁ। আচৰিত মানিছোঁ মই নিজে পোৱাত।

লগে লগে কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰতি মোৰ শ্ৰদ্ধাৰ যেবো'খিটাৰত পাৰা এক ডিগ্ৰী নামিছে, যদি নামিবলৈ এতিয়াও আৰু নীচৰ আছেহে।

তাৰ প্ৰায় কুৰি ঘণ্টা মানৰ পাছত তোমাৰ wireটোও পাইছোঁ। তোমাৰ congratulation পালোঁ। কিন্তু আটাইতকৈ ৰং পালোঁ তোমাৰ টেলিগ্ৰামটি পাই—টেলিগ্ৰামটি in itself, কাৰণ তাৰ আগতে তোমাৰপৰা একো চিঠি-পত্ৰ পোৱা নাছিলোঁ। কালি তোমাৰ চিঠিও পালোঁ সঁচা, কিন্তু আগৰ কথামতে তাত লেফাফাৰ বিভাগটোলৈ চাই তাক ওলোটাই দিবহে লাগিছিল। তোমাৰ চিঠি ওলোটাই দিয়া সহজ নহয় বুলিয়েইনো তুমি কিয় লেখিবা সেইদৰে, বিশেষতঃ যেতিয়া ঘৰুৱা চিঠিত সেইদৰে লিখাটো নিয়মো নহয়? Telegramঅত সেইটো significant বুলিয়েই এৰিলোঁ, কিন্তু এতিয়া আৰু সেইবোৰ দুষ্টালি নকৰিবা।

কলিকতাৰপৰা আঁতৰিবৰ ভালেদিন হ'ল। সেই গুণেই হ'বলা আৰু কলিকতাক ভাল পাইছিলোঁ। গুণেও—তাৰ কথা বৰ শুনিবৰ মন যায়। তুমি লেখিবাচোন। বি. এ.ৰ আমাৰ খবৰ যি পালোঁ, আৰু পোৱাৰ আশাও নাই, কাৰণ সকলোবোৰ কাকতেতো সেইবোৰ খুলিয়ায়। তুমি লেখা তেওঁলোক দুজনে পাছ কৰিব নোৱৰাত সঁচাকৈয়ে বৰ বেজাৰ পাইছোঁ।

মই বহি আছোঁ, এই ভাদমহীয়া মেঘে ঢকা আকাশৰ তলত নিষ্কৰ্মা হৈ। তুমি কি কৰিছা? আৰু কি কৰিবা?

ইয়াত ভাল। আশা কৰোঁ তোমালোকৰো মঙ্গল। মোৰ চেনেহ লবা।

সোণাৰি তোমাৰ মৰমৰ
আগষ্ট ২২, ১৯২২ শ্ৰীভগৱতীপ্ৰসাদ

॥ ২৪ ॥

চেনেহৰ গিৰীন্দ্ৰ,

তোমাৰ চিঠিলৈ বাট চাওঁতে চাওঁতে চকু বিষাল, কিন্তু বাট চোৱাৰ আৰু ওৰ নপৰিল। আশা কৰোঁ তোমাৰ গা-মূৰ বেয়া হোৱা নাই। মোৰ ইয়াৰ আগৰখন চিঠিত মোৰ গা ভাল নথকাৰ কথা লেখিব পাওঁ। তাৰ পাছত কেইদিনমান গা আৰু বেয়া হৈছিল। সেই সময়ত তোমালৈ লেখিব পৰা নাছিলোঁ যদিও তোমাৰ চিঠি বৰকৈ বিচাৰিছিলোঁ। কিন্তু ক'ত্তা, তোমাৰ চিঠিতো পোৱা নাছিলোঁ!

মোৰ বৰ্ত্তমান অৱস্থা পুতৌ কৰিবলগীয়া। গা নহয় টনকিয়াল, মন নহয় মুকলি, আওবন্দী অৱস্থা। এখন সাধাৰণ চিঠি লেখোঁ তেনে অৱস্থা মোৰ এতিয়া নাই। গাৰ শকতিৰ কথা কোৱা নাই, কৈছোঁ মনৰ resourcefulness-অৰ কথাহে। গতিকে মোৰ আনন্দ হয় ক'ৰপৰা! মনত আনন্দ নহলে চিন্তা থমক খাই বৈ পৰে, জীৱন আগবাঢ়িব নোৱাৰে। এনে দুৰ্গতি মোৰ।

তোমাৰ চিঠিপোৱাহেঁতেনো ভাল লাগিলহেঁতেন কিজানি। তুমি আক' নেলেখা হ'লা। লেখিবাঁ সোনকালে ঘনাই। মোৰ কাপ বোহঘৰত সোমাইছে। তেও তোমালৈ লেখিবলৈ চাম। তুমি কিন্তু লেখিবা, মোৰ বন্ধু, দহোকুৰি লেখিবা। ঈশ্বৰৰ ওচৰত তোমাৰ মঙ্গল কামনা কৰিলোঁ।

সোণাৰি,<br>চেপ্টেম্বৰ ১৮, ১৯২২

তোমাৰ মৰমৰ<br>শ্ৰীভগৱতীপ্ৰসাদ

॥ ২৫ ॥

চেনেহৰ গিৰীন্দ্ৰ,

তুমি এতিয়ামানে, নহয়, আজি কেইবাদিনো হব পায়, পাহাৰৰপৰা নামি ভৈয়ামত বিচৰণ কৰি ফুৰিছাহি; তোমাৰ ফুৰা-চকাৰ সুখৰ মাজত মোৰপৰা চিঠি নেপাই তোমাৰ কেনে লাগিছে মই ঠিক্‌কৈ ক'ব নোৱাৰোঁ। নাই, সেই বিষয়ে নেভাবোঁও, তাত বিপদহে আছে। মুঠতে আশাকৰোঁ ফুৰাৰ শেষত তুমি বিচৰা সুখৰ সঞ্চয় লৈ উভতিব পাৰা যেন।

তোমাৰ এই চিঠিখনত পালোঁ বোলে মোৰ ইতিপূৰ্ব্বে লেখা চিঠিখনে তোমাক 'আমোদ' দিলে মাথোঁ, সন্তোষ দিব নোৱাৰিলে—দুৰ্কপাল। শেহৰটো দিবপৰা হলেহে ভাল পালেহেঁতেন। কিন্তু আচলতে মই যেতিয়া সেই চিঠিখন লেখিছিলোঁ, তেতিয়া সি যে তোমালৈ লুকাই চুৰকৈ সেই দুই বস্তুৰ এবিধো নিব তাৰ গম পোৱা নাছিলোঁ। চিঠিৰ বিশ্বাসঘাতকতাত আচৰিত হৈছোঁ। সি যি হক, যেতিয়া তোমাৰপৰা অপ্ৰত্যাশিতভাৱে স্কুলমাষ্টৰী মন্তব্য পালোঁ তেতিয়া যে নিৰ্ব্বাক নিস্পন্দ! মোৰ অজ্ঞাতসাৰেই ইমানবোৰ কাণ্ড!

সেই দেখি, গিৰীন্দ্ৰ, মোৰ অজ্ঞানকৃত ক্ৰটী মৰিষণ কৰিবাঁ। মোৰ ভাল। মৰম লবাঁ।

সোণাৰি,<br>নৱেম্বৰ ১০, ১৯২২

তোমাৰ মৰমৰ<br>ভগৱতীপ্ৰসাদ

মৰমৰ গিৰীন্দ্ৰ,

তুমি তেজপুৰৰপৰা দিয়া দুয়োখন চিঠি পাইছোঁ। মই নিজেই সদায় স্বীকাৰ কৰিছোঁ তোমালৈ চিঠি লেখাৰ কথাত মই প্ৰায়েই ফেঁৱা লগাইছোঁ। মাথোন এলাহৰ দুৰ্দ্দণ্ড প্ৰতাপৰ বশবৰ্ত্তী হৈ। সেই এলাহক নিজে মাতি আনিছোঁ নে সি আপোন জোখাৰে আহিছে সেইবাৰ নিষ্পত্তিকৈ ক'বৰ জোখাৰে মোৰ মনস্তত্বত দখল নাই, আৰু সেই মনস্তত্বৰ দখল বঢ়াবলৈকে মনৰ ওপৰত মোৰ যথেষ্ট দখলৰ নাটনি।

তোমালৈ নগাঁৱলৈ দিয়া চিঠি কিয় তাতে নেপালা, শুনি মই বিবুধি মানিছোঁ। তুমি দি পঠিওৱা তোমালোকৰ tour programme-খন হেকৰালোঁ। যদিও আমাৰ প্ৰদেশৰ Local food Ministerৰ tour programmeখন বিচাৰি উলিওৱা বৰ টান নহয়। গতিকে মোৰ তোমাক address কৰাত ভুল নোহোৱাই উচিত আছিল। নগাওঁ—আসামলৈ ডাক যাওঁতে অৱশ্যে কেইদিন লাগে মই নেজানো। আৰু গণিত শাস্ত্ৰইও মোক চিৰকাল ভুৰুকিয়াই আহিছে, গতিকে কৰ'বাত যোগ-বিয়োগত ভুল হৈ অশাটোও অতি আচৰিত হ'ব লগীয়া কথা নহয়।

'হঠাৎ যদি তোমাৰ আগতে ওলাওঁগৈ' বুলি লেখি '!' এই বিন্দুটো নিদিয়াহেঁতেনো আমি সেইটো পূৰাই ল'ব পাৰিলোঁহেঁতেন; কিন্তু কথা হৈছে, সেইটো হলেই যে চিঠি দিয়াৰ আমনি আঁতৰিব, তাক মানিবলৈ মোৰ এলেহুৱা মনো তেনেই নাৰাজ। পাণ্ডুত চাহ-খোৱা ঘটনাটোলৈ মোৰো আকৌ বহু দিনৰ মূৰত মনত পৰিল। সেইটোলৈ মনত পৰিলেই মোৰ লাজ লাগে। লাজ লাগে সেই দিনা যে লাজত তলমূৰ হৈছিলোঁ—সেই কাৰণেই। ইমান সহজ সৰল কথা—এবাটি চাহ চাৰিজনৰ মাজত ভগাই লোৱা সগৌৰৱে স্ব'ভাৱিক-ভাৱে গ্ৰহণ কৰিব নোৱাৰি লাজ পোৱা—এই কথাটোৱেই জানো মানুহক লাজত মূৰ দোঁ খুৱাবৰ জোখাৰে নহয়? কিন্তু সেইদিনা চাহৰ বেচ দিবৰ সময়ত উপস্থিত বিপদৰপৰা উদ্ধাৰ কৰোঁতাজনক চিনালতহে যে চিনি পালা তেওঁনো ইমানকৈ মোট সলালনে?

এবাৰ কথা, তুমি লেখিছা হয়, কিন্তু বেন অন্তৰীক্ষৰপৰা 'আকাশস্থ নিৰালম্ব' হৈ লেখিছা—তোমাৰ চৌপাশৰ গোন্ধ-ভাপ অলপ সৰহকৈ যদি আহে তোমাৰ লেখাৰ মাজত, কিবা হানি আছে জানো? তুমি ফুৰিছা আৰু হয়তো

সেই ফুৰাতেই কিবা আকৰ্ষণ আছি মোৰ উপচেতনাত কাৰ্য্য কৰিছেহি, কোনে জানে! এলাহৰ বাগিত লাল-কাল মনৰ বাহিৰেও যদি কিবা মন আছে তাত কিহবাই কুকুৎ-কাবাং কৰা একো অসম্ভৱ নহয়। সি বিহক, মনো হয়তো অলপতে লৰাব লগীয়া হ'ব, লক্ষণ দেখিছোঁ। মোৰ ভাল। মোৰ চেনেহ ল'বা।

সোণাৰি, তোমাৰ মৰমৰ

নবেম্বৰ ১৬, ১৯২২ ভগৱতী

॥ ২৭ ॥

চেনেহৰ গিৰীন্দ্ৰ,

মোৰ শেহৰ চিঠিখন গোলাঘাটলৈ দিয়া আশাকৰোঁ পালা। তুমিও কেতিয়াবামানেই ছিলং পাবাগৈ পোৱা। আশাকৰোঁ তোমাৰ মঙ্গল। কিন্তু ইমান নিমাত কিয়? বোধকৰোঁ আৰু আশাকৰোঁ এনেয়ে। অনেক সময়ত কল্পনাৰ বাঘজৰীডাল টানি ধৰাই শ্ৰেয় ব্যৱসায় বুদ্ধিৰ খাতিৰ,ত কিন্তু কল্পনা সিমান অজলা আৰু অসহায় নহয়। য'ত কল্পনা প্ৰবল ত'ত ব্যৱসায়-বুদ্ধি অকামিলা; মানুহে কয় সেই মানুহটোৱেই অকামিলা, কিন্তু কথাষাৰ মই নেমানোঁ। এঃ বাজে কথালৈ আহিলোঁ, আৰু আহিমেই, কাৰণ বাজে কথাই মোৰ জীৱনৰ আচল কথা—ক'ব খুজিছিলোঁ, তুমি চিঠি এনেয়ে নাই লেখা বুলি কৈছোঁহে। কিন্তু মনটো সিমান মুকলি লাগি থকা নাই। তোমাৰ চিঠি পালেহে হয়তো লাগিব।

মই দিনচেৰেক ইয়াৰপৰা আঁতৰি আছিলোঁ। উছাহ নাই, হলেনো তোমালৈ চিঠি নেলেখাকৈ থাকোনে? তুমি ক'বা তোমাৰ সেয়েই সুখ। সেয়েহে লেঠা,—মোক সেই সুখকেহে নেলাগে। তোমাক আগেয়েও কৈছোঁ মোক লাগে দুখ; dilettanteৰ 'দুখ'ৰ দুখ নহয়, নিবিড়, দুঃসহ দুখ, বাস্তৱ বেদনা। বেছি সঁচাকৈ ক'বলৈ হ'লে—বেদনা আছেই—লাগে গ্ৰহণশীলতা, দুখৰ স্বৰূপ বুজিব পৰা প্ৰাণ।

ঋষি কবিৰ গানত আছে—

'আৰো বেদনা আৰো বেদনা
দাও মোৰে আৰো চেতনা।

সেই চেতনা লাগে, মোৰ অসীম অপূৰ্ণ হেঁপাহ বৈ আছে—মাথোঁ লাগে।

মাখৰ ভোগালী বিহু আহিল আৰু গ'ল, তাৰ হৈ তুমি মোৰ মৰম-চেনেহ ল'বা।

সোণাৰি                                                                 তোমাৰ মৰমৰ
জানুআৰি ১৬, '২৩                                                         শ্ৰীভগৱতী

॥ ২৮ ॥

চেনেহৰ গিৰীন্দ্ৰ,

আজি ৰাতিপুৱা টোপনিৰপৰা সাৰ পাই শুনোঁ। বাহিৰত হুৰহুৰ হাৰ্-হাৰ্ কৈ উত্ৰাৱল বতাহ—এই মাঘমহীয়া ৰাতিপুৱা, যিটোৰ কথা মই সপোনতো ভৰা নাছিলোঁ। বাজত ইমান হাই-উৰুমি লৈ পাটীত পৰি থকা উমলগা হলেও টান দেখি উঠি আহি বতাহ আৰু বৰষুণৰ আবতৰীয়া খেমালি চাবলৈ বুলি বাৰান্দাত বহিছিলোঁহি। হঠাৎ মনৰ ভিতৰত এটা বেদনাৰ সুৰ বাজি গ'ল বতাহৰ হো-হোৱনিৰ লগত তাল ৰাখি,—নোপোৱা, আঁতৰত থকা অথচ নজনা কিবা এটাৰ বেদনা—যিটি ক্লান্ত করুণ সন্ধ্যাৰ পক্ষেহে স্বাভাৱিক, অৰুণ-স্নিগ্ধ ৰাতিপুৱাৰ নহয়। ধুকুত এই অকাল-সন্ধ্যাৰ অনুভূতি লৈ বহি থাকোঁতে লাহে লাহে মনত পৰিল তোমাৰ এই কেইদিনৰ চিঠি নোপোৱাৰ কথা, তাতৈ বাটচোৰাৰ কথা আৰু আন কত কথা। এনেতে চাহ খাবৰ সময় হ'ল, প্ৰয়োজনেতো কবিতাৰ মৰ্য্যাদা নেৰাখে। ইয়াৰ ভিতৰতে বতৰ মুকলি কৰিলে ; তোমাৰ চিঠিও অলপৰ পাছতে হাতত পৰিলহি।

গিৰীন্দ্ৰ, বতাহ-বৰষুণৰ দিন আহিছে, অন্ততঃ তাৰ আগৰণুৱা কটকী আহিছে, কাৰণ এতিয়া বসন্তৰ আমোলহে পঞ্জিকাৰ Magna Chartaৰ মতে, যদিও বনত আৰু মনত। ফাগুন লগাৰ চিন সিমান হোৱা নাই। ৰাৰিষাই যদি advanceঅতে বৃষ্টি-ধাৰাৰ মুঠি মুকলি কৰি দিব পাৰে, আমাৰ চিঠিৰ ধাৰাৰ ইমান কাৰ্পণ্য অসঙ্গত আৰু অসাময়িক হোৱা নাইনে? কোৰ্ঁাচোন তুমিনো কি বৰ আমোদজনক (Scented নেকি?) ঔপন্যাসিক ঘটনাৰ ভিতৰত সোমাই পৰিছা? যদি ক'ব নেপায় মোৰ blameworthy curiosity ক্ষমা কৰিবা দেই।

আৰু যত 'সম্ভাৱনা' তুমি আমাৰ দেখাদেখি হোৱাৰ কেইমুহূৰ্ত্তলৈ সাঁচি থবা। এইদৰেই সেই সুদূৰ অনিশ্চিত মুহূৰ্ত্তকেইটি biggest possibilities-

এবে ভৰি পৰিছে হয়, কিন্তু সেইবিলাকে development-অৰ বিষয়ত অসমীয়া জইণ্ট ষ্টক্ কোম্পানীৰ পদাঙ্কানুসৰণ নকৰিলেই ৰক্ষা।

নতুন কাকত কোনখনৰ কথা কৈছা, ছিলঙৰপৰা ওলাব বুলি জাননী দিয়া সেই অৰ্ঘ নে কি থন? নাই দেখা এই পৰিমিত। Journalismৰ intellectual আৰু commercial দুয়োটা কথাই আছে,—শেহৰটো আমাৰ দেশত পৰ্ব্বতৰ কাচ-কণী যেনহে দেখিছোঁ। প্ৰথমটো বিষয়ত চেষ্টাও বেচিভাগ সময়ত ইমান pre-historic যে তোমাৰ ধৈৰ্য্য ৰখাই টান। বৰ্ত্তমান তাৰ কথা নকবাই, কাৰণ হয়তো অসমীয়া সাহিত্য ধাতুৰ ৰূপ অতীত আৰু ভৱিষ্যততহে হয়। ইয়াৰ ভিতৰতে নেওগৰ কিতাপখন পাইছোঁ। তাকৰ সংগ্ৰহ, সেয়ে সাধাৰণতে শুধ। নামটো আৰু আগৰ কথাৰে মোৰ সমুলি ৰাহি অহা নাই। ঘৰত যেয়ে কিতাপখন চাইছে সেয়ে মোৰ কথাত হয় দিছে। তুমি কি বোলা? সি যিহক, এইবাৰ আমাৰ Copy-book maximists অৰ শ্লীল সমাজে বেচেৰা ডিম্বেশ্বৰৰ পিঠিত চেকনি নোজোকাৰিলেহে আছে।

আজিলৈ থওঁ। চেনেহ ল'বা।

সোণাৰি — তোমাৰ মৰমৰ

ফেব্ৰুআৰি ১১, '২৩ — ভগৱতী

কালি চিঠি পঠিয়াবলৈ আৰু বৰ পলম হ'ল। অ' আজি পুৰা "অৰ্ঘ্য" কাকতখন পাইছোঁ। এতিয়া আৰু তাৰ বিষয়ে মতামত নপঠিয়াওঁ।—মতামত ইমান সস্তা হোৱা বেয়া। ছবিখন, যাৰ ৩য় শ্ৰেণীৰ কি চতুৰ্থ শ্ৰেণীৰ reproduction "অৰ্ঘ্য"ত ওলাইছে, ক'ৰ আৰু কি আমি জানো যদিও সেইটো স্বীকাৰ কৰাহে কাকত চলাওঁতাসকলৰ সৌজন্য আৰু ঔচিত্যৰ চিনাকি হ'লহেঁতেন।

ভ. প্ৰ. ব.

১২-২-২৩

## বিদ্যাকান্ত বৰুৱালৈ

স্নেহাস্পদেষু,

আপোনাৰ মৰমৰ চিঠিখন পাবৰ কেবা দিনো হ'ল। মোৰ মাজতে গা অলপ বেয়া আছিল। তাৰ পাছত কামৰ লেঠাত আৰু এলাহত লেখাৰ পলম হ'ল। সেই কাৰণে যেন বেয়া নেপায়।

আপোনাৰ চিঠিৰপৰা শ্ৰীমতী সুধা আইদেৱে তাত ঘৰে-বাহিৰে সকলোৰে মৰম পোৱা শুনি ৰং পাইছোঁ। আশীৰ্ব্বাদ কৰোঁ যেন তাই সকলোৰে মৰমৰ আনুকূল্যত সৰ্ব্বপ্ৰকাৰে তিৰোতাৰ শ্ৰেষ্ঠ ঐশ্বৰ্য্যৰ অধিকাৰিণী হয়।

আপোনাৰ পৰীক্ষাৰ বিষয়ে লেখাত আপোনাক অলপ নিৰাশ হোৱা যেন দেখি বেয়া পাইছোঁ। B.L. পৰীক্ষাক চোন কোনেও সিমান seriously লোৱা নেদেখোঁ। যদিও এইবাৰ ফল বেয়া হয়, আকৌ তো দুমাহমানৰ মূৰতে দিব পাৰিব। গতিকে সেই বিষয়ে Pessimist হোৱা অনৰ্থক যেন লাগে। সি যি হক, আপোনালোকক এই এসপ্তাহ মানৰ ভিতৰতে, মানে ৯ এপ্ৰিলত শিৱসাগৰত জয়মতী উৎসৱৰ সময়ত—ইয়াত লগ পাম বুলি আশাকৰি শ্ৰীযুত দেউতালৈ দিন চেৰেকত আগতে চিঠি দিছোঁ। আশাকৰোঁ আহিব, নহয়নে?

আজি গধূলিকৈ মই ঢেঙাললৈ যাম, তাৰপৰা পৰহিলৈ মানে উলটিম। ইয়াত ভাল; শ্ৰীমান লাহৰৰ হে কাণত ফোঁহা এটা হৈ অলপ অসুখ। আপোনালোকৰ মঙ্গল বাতৰিৰ কাৰণে বাট চাম্লোঁ।

মোৰ স্নেহসম্ভাষণ জানিব।

আপোনাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

সোণাৰি,
১লা এপ্ৰিল ১৯৩০

## ৰুদ্ৰকান্ত বৰুৱালৈ

॥ ১ ॥

প্ৰিয় বৰুৱাদেও,

সিদিনা তোমাৰ চিঠিখন পাই মোৰ প্ৰবসুৰা জীৱনৰ ধাৰেদি এটি আনন্দৰ সুঁতি বৈ গ'ল।

লেখিবলৈ আছিল আৰু লেখিম বুলি ভাবিছিলোঁও। জীৱনত ক'ত ভাব, ক'ত অনুভূতি। সহানুভূতি পালে সেইবোৰ খুলি-মেলি কৈ ভাল লাগে। সেই দেখিয়েইহে লেখিম বুলি ভাবিছিলোঁ। আজিৰ জাৰ লগা বতৰত আৰু যেন কিবা কাৰণৰ বাবে, অৱশতাই শৰীৰ-মন আৱৰি ধৰিছে; কাপ যেন হাতৰপৰা খহিছে পৰিব।

পৰহিলৈ গুৱাহাটী পামগৈ বুলি আশা কৰোঁ। তোমালোককো জানো লগ নেপাম ?

মোৰ স্নেহ ল'বা। ইতি

তোমাৰ
ভগৱতীপ্ৰসাদ

ছিলং
এপ্ৰিল ৫, ১৯২০

॥ ২ ॥

প্ৰিয়বৰ বৰুৱাদেও,

যথাসময়ত তোমাৰ দুয়োখন পত্ৰ পাইছোঁ। কাৰণবশতঃ ইমান আগলৈকে তাৰ সমিধানত লেখিব পৰা নাছিলোঁ। সেইবাবে আশাকৰোঁ, একো জগৰ নধৰা।

বঙালী বিহুৰবাবে যি অতিৰিক্ত সম্ভাষণ জনাইছা, সি মোৰ প্ৰাপ্য নহ'লেও তাৰ হৈ মোৰ সাধুবাদ জানিবা। এই খলতে মোৰ বিহুৰ ওলগো—বিহুচেৰা হৈছে যদিও তোমাক জনালোঁ। তোমাৰ নতুন বছৰ যেন সুখ-সম্পদেৰে উপচি পৰে।

তোমাৰ অগা-পিছাকৈ লেখা হুয়োখন পত্ৰৰে দুই চাবি আষাৰ কথা মোৰ বোধগম্য নহ'ল। আশাকৰোঁ এনে অস্পষ্ট কথা লেখাৰ অনাবশ্যকতাটো তুমি বুজা।

তোমাৰ সকলো প্ৰকাৰ মঙ্গল বাঞ্ছা কৰিলোঁ। মোৰ সাদৰ লবা।

ইতি

সোণাৰি, শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

বহাগ ১০, ১৮৪২

॥ ৩ ॥

প্ৰিয় বৰুৱাদেও,

তোমাৰ সোঁৱৰণি-শক্তি নিৰ্ভুল; সঁচাকৈয়ে তুমি এখন চিঠি লেখিছিলা, ময়ো সময়তে তাক পাইছিলোঁ। কাৰ্য্যগতিকে এঠাইৰপৰা আঁতৰি থকাত সোনকালে তাৰ সমিধান দিব পৰা নাছিলোঁ। জানোচা পাছলৈ পেলাই থ'লে থাকি যায়, এই ভাবি এইবাৰ টপৰাই লেখিলোঁ।

ইয়াত বাৰিষাহে ৰাজপাটত, জহ পাত্ৰ-মন্ত্ৰীৰ বাবতহে। এতিয়া ঘন বাৰিষাৰ মেঘে ৰদালি পৃথিবীক বুকত লৈ গাজি-গুমৰি আছে।

নতুন কাউন্সিলৰ সভ্য নিৰ্ব্বাচনৰ কাৰণে ইয়াৰ স্থানীয় ভদ্ৰলোক কাকো 'ঠিয় দিয়া' দেখা নাই—যদিও কোনো কোনোৱে 'ঠিয় দণ্ড' দিছে। সময় এতিয়াও নৌ নহয় জানো? মোৰ ভাল। আদৰ ল'বা।

সোণাৰি তোমাৰ

৪ জেঠ, ১৮৪২ শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

॥ ৪ ॥

Sonari
17. 6. 20

My dear Barooah,

As I was away from this place I could not acknowledge your congratulation earlier. I thank you very much for the same.

I shall write to you a few days after. Please excuse haste and the postcard.

Yours affectionately,
B. P. Boruwa

To
Sjt. Rudrakanta Barooah
Padmanath Cottage
Tezpur

॥ ৫ ॥

প্ৰিয় বৰুৱা,

মই সোণাৰিত থাকোঁতেই তোমাৰ চিঠি এখনি পাইছিলোঁ। এটা কাৰ্ডেৰে তাৰ সমিধানত পাল মৰাৰ বাবে হয়তো তুমি বেয়া পাই আছা।

মই যোৱা সপ্তাহতে ইয়ালৈ আহিলোঁ আৰু বি. এ. পঢ়িবৰ কাৰণে The Scottish Churches College-অত নাম লগালোঁ। কলেজ ৬ জুলাইত খুলিব। সেই কাৰণে কোনো এটা হষ্টেলত থাকিবলৈ ল'ব লাগিব।

ইয়াত এতিয়া বৰ জহ নহয়। Monsoonৰ বতৰ। প্ৰায়েই দখিণ বতাহ। তোমালোক গুৱাহাটীলৈ কেতিয়াকৈ আহিবা? মোৰ ভাল। মৰম লবা।

২৭৯ বোবাজাৰ ষ্ট্ৰীট,
কলিকতা
জুন ২৮, ১৯২০

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ

॥ ৬ ॥

প্ৰিয় বৰুৱাদেও,

আজি এযুগৰ মূৰত সিদিনা তোমাৰ চিঠিখন পাই আৰু তোমাৰ মঙ্গল বুলি শুনি সুখী হলোঁ।

তোমাৰ পুৰণি কথা মনত নেপেলোৱা ঔষধ বিচৰা দেখি তুমি ধেমালি নহয় বুলি সাৱধান কৰা সত্ত্বেও আমাৰ হাঁহি উঠিছে, বেয়া নেপাবা। সেই ধৰণৰ কথা নাটক-নভেলৰ নায়ক-নায়িকাৰ কাৰণে এৰেনীয়াকৈ ৰখাই ভাল আৰু নিৰাপদ। আমি আৰু ইয়াতকৈ বিশেষ একো সুচাব নোৱাৰোঁ।

শ্ৰীযুত দেউতা স্থানীয় কাউন্সিললৈ নিৰ্বাচিত হোৱাত তোমাৰ আনন্দৰ হৈ শলাগ ললোঁ। সাদৰ সম্ভাষণ ল'বা।

অগ্‌লৃভি হষ্টেল
৩১/২ হৰ্তকীবাগান লেন
কলিকতা
ডিচেম্বৰ ২২, '২০

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

॥ ৭ ॥

প্ৰিয় বৰুৱাদেও,

তোমাৰ নতুন বছৰৰ সম্ভাষণৰ হৈ মই কৃতজ্ঞ। এই নতুন বছৰৰ পুৰা এই চিঠিৰেই তোমাক মোৰ সম্ভাষণ আৰু শুভ ইচ্ছা জনালোঁ। এতিয়া মই নৰিয়া পাটীত, গতিকে ইমানতে সামৰিব লাগিল। ইতি—

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

কলিকতা
জানুআৰি ১, '২১

॥ ৮ ॥

প্ৰিয় বৰুৱাদেও,

আজি নিজৰ এটি কাম লৈ তোমাৰ কাষ চাপিলোঁ। তুমি বৰ্ত্তমানে ক'ত আছা ঠিককৈ ক'ব নোৱাৰোঁ, কিন্তু যতেই থাকা আশা কৰোঁ তোমাক উলিয়াবগৈ। মাহিলী কাকত "উষা'ৰ লগত বোধ কৰোঁ তোমাৰ সম্পৰ্ক বা চিনাকি আছে। (যদি কালৰ প্ৰয়োগত ভুল হৈছে, তেন্তে 'আছে'ক ঐতিহাসিক বৰ্ত্তমান বুলি ধৰিবা।) গম লবাচোন "উষা"ৰ পুৰণা সংখ্যা আজিকালি পোৱা যায়নে? যদি পোৱা যায়, তেনে এই কেইখন কাকত—দ্বিতীয় বছৰৰ ১ম, ২য়, ৩য় আৰু চতুৰ্থ সংখ্যা; ৪ৰ্থ বছৰৰ ১ম সংখ্যা; আৰু ৫ম বছৰৰ ৪ৰ্থ, ৫ম, ৭ম আৰু ৮ম সংখ্যা বেচিবৰ কাৰণে হবনে? বচা কাকত যদি নহয়, ২য় আৰু ৫ম বছৰৰ সম্পূৰ্ণ কাকত হবনে? যেনেকৈয়ে হয়, কাকত কিখন মোক লাগে। পালে কাকত কেইখন উপযুক্ত বেচ ধৰি, মোলৈ বেচ দিবলগীয়া ডাকত পঠিয়াব লাগে। তোমাক এইফেৰা আমনি দিলোঁ, বেয়া নোপোৱা যেন।

তোমাৰ বা-বাতৰি কি? শুনিবলৈ বাট চালোঁ। মই এক সপ্তাহতে কলিকতালৈ উভতিম। তোমাৰ সকলোপ্ৰকাৰ মঙ্গল কামনা কৰিলোঁ।

সাদৰ লবা।

সোণাৰি
ফেব্ৰুআৰি ২৫, '২১

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

॥ ৯ ॥

প্ৰিয় বৰুৱাদেও,

তোমাৰ চাৰি মাৰ্চ্চৰ চিঠিখনিৰ হৈ শলাগ ললোঁ। মোৰ অনুৰোধত তুমি নিজেই যে "উষা"ৰ পুৰণি সংখ্যা বিচৰাৰ লগত দুখ কৰিলা সেই বাবেও তোমাৰ অশেষ শলাগ লৈছোঁ। মই বিচৰা কেউসংখ্যা 'উষা' পোৱাৰ আগন্তুক নাই যদিও অন্ততঃ কেইসংখ্যামান পোৱাৰ সম্ভাৱনা দেখি মোৰ ৰং লাগিছে। পুৰণি বস্তুৰ বৰ মোল; বিশেষকৈ 'উষা'ৰ নিচিনা এখন বৰ ওপৰ থাপৰ মাহিলী কাকতৰ। যি কেইখন কাকত পঠিয়াব লাগে তাৰ সংখ্যা তলত লেখিলোঁ।

কাকতৰ বেচৰ বিষয়ে। তোমালোকৰ এজেন্সিক মই বেচ দি কাকত কিখন ল'বলৈহে বিচাৰোঁ আৰু ভালো পাম। বন্ধুত্বৰ দাবী কৰি তোমাৰপৰা বিনা-বেচতে কাকত বিচৰাটো আৰু তোমাৰ পৰা কাকত আনি তোমাক তাৰ বেচ যচাটো মোৰ পক্ষে সমানেই অনুচিত।

তুমি ছপাখানাৰ কামত ব্যস্ত বুলি শুনি ভাল লাগিল। কাৰণ তুমি ধেমালি বুলি নাভাবিবা, দেখিছোঁ বহুত ভাবী-সাহিত্যিকৰ, বিশেষকৈ journalism বিভাগৰ পৈণত মানুহক ছপাখানাইহে গঢ়ি তুলিছে।

নন্-ক-অপৰেশ্যনৰ যিটো মত ( principle ) বা ভাব ( idea ) তাক চিৰদিনেই মই মোৰ বুলি কওঁ। কিন্তু এই বিষয়ৰ কামৰ দিহাত ( methods ) যিবোৰ এই ইণ্ডিয়া কংগ্ৰেছে সমৰ্থন কৰিছে মোৰ মতভেদো হ'ব পাৰে আৰু হোৱাটো স্বাভাৱিকো। সেই বিষয়ে বহলাই লেখিবলৈ মন নাই, কাৰণ পলিটিকস্ মই ভাল নেপাওঁ। এতিয়া তুমিযে নিজৰ মত অনুসৰি কাম কৰিছা সেই বাবে সন্মানাৰ্হ। সৰলতাক মই শ্ৰদ্ধা কৰোঁ।

মোৰ ভাল। মোৰ সম্ভাষণ জানিবা।

কলিকতা
অগ্‌লৃভি হষ্টেল, মাৰ্চ্চ ৭, '২১

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

মোক লগা 'উষা'ৰ সংখ্যা:
২য় বছৰ—১, ২, ৩, ৪ সংখ্যা
৪র্থ বছৰ—১ সংখ্যা
৫ম বছৰ—৪, ৫, ৭, ৮ সংখ্যা

পুঃ কাকত কেইখন এই চিঠি পায়েই Regd. V. P. ডাকত পঠিয়ালে ভাল। তোমাৰ যি মন যায় তেনে ডাকতেই কিন্তু এই চিঠি পায়েই।

॥ ১০ ॥

প্ৰিয় বৰুৱাদেও,

তুমি অনুগ্ৰহ কৰি পঠিওৱা "উষা" কেইসংখ্যাৰ হে তোমাক মোৰ কৃতজ্ঞতা জনালোঁ। মোৰ গা বৰ ভাল নথকাৰ বাবে ইয়াতকৈ সোনকালে তোমালৈ লেখিব পৰা নাছিলোঁ। আৰু এটা খাটনি। "উষা"ত প্ৰকাশ হোৱা ডক্টৰ গোলাপ বেজবৰুৱাৰ ছবি তুমি পঠিওৱা "উষা" সংখ্যাত কিংবা মোৰ ঘৰত থকা "জীৱনী-সংগ্ৰহ" ক'তো নাই। যদি তেনে এখন ছবি কৰবাত পোৱা যায়, জানিবলৈ দিবা দেই।

তোমাক মোৰ সম্ভাষণ জনালোঁ। ইতি

কলিকাতা
মাৰ্চ্চ ১৮, '২১

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

॥ ১১ ॥

প্ৰিয় বৰুৱাদেও,

তোমাৰ ২২ তাৰিখৰ পত্ৰখনি পালোঁ। আৰম্ভণতেই তোমাৰ ক্ষমা বিচাৰিব লগীয়া হৈছে সিবাৰ তুমি পঠিওৱা "টেটোন-তামুলি"খনৰ প্ৰাপ্তিস্বীকাৰ নকৰাৰ হে। পঞ্জিকা আৰু দোকানীৰ বস্তুৰ তালিকাৰো প্ৰাপ্তিস্বীকাৰ কৰিবলৈ মই সাজু; দ্বিতীয় সংস্কৰণৰ "টেটোন-তামুলি" পোৱাৰ কথা তোমালৈ লেখিবলৈ নহৈছিল মাথোন অসাৱধানতাতহে। কিতাপখন পঠোৱাৰ হে তোমাৰ ওচৰত কৃতজ্ঞ হলোঁ।

তোমাৰ conditionমতে ডক্টৰ বেজবৰুৱাৰ ছবি লবলৈ দেখিছোঁ কিছুদিন বাট চাব লাগিব। কাৰণ তুমি তাৰ সলনিত বিচৰা ছবি এতিয়া মোৰ হাতত সাজু নাই। মোৰ ভাল। আশাকৰোঁ তোমাৰো সকলোপোনে ভাল।

মোৰ আদৰ ল'বা।

কলিকতা
মাৰ্চ ৩১. '২১

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

# ডিম্বেশ্বৰ নেওগলৈ

॥ ১ ॥

মৰমৰ নেওগ,

মোৰ পাৰ লগীয়া হয়নে নহয় ক'ব নোৱাৰোঁ, তোমাৰ দিব লগীয়া কৰিতাটিৰে সৈতে তোমাৰ এখানমানি পত্ৰখনি পাবৰ আজি ভালেমান দিন হ'ল। ইয়াৰ ভিতৰতে তুমি মোৰপৰা বহুত আগেয়েই শুনিবলৈ আশা কৰিছিলা। তোমাক নিৰাশ কৰিবৰ মোৰ স্বত্ব নাই, তোমাৰ মতে 'সত্ যোৱা' নোযোৱাৰ কথা এৰিও। দৰাচলতে সত্‌তো নেযায়েই। মোৰ মনেৰে মোৰ অসমৰ্থতালৈ সহানুভূতিৰে লক্ষ্য কৰিলে তুমি ইমান সোনকালেই নিৰাশ নোহোৱা। তোমাৰ চিঠিৰ সমিধানত দুখাৰ লেখিবলৈ ইয়াৰ পূৰ্ব্বেও বহুত ছেগ পাইছিলোঁ। কিন্তু অকল সিমানতেই নহয়, মোৰ দুৱাৰদলিত তোমাৰ অতিথি আহি ঠিয়! মই কৈছোঁ তোমাৰ কবিতাটোৰ কথা।

সন্ধিয়াৰ এটা ভাবে, তাৰ মুখ্য ভাবটোৱে মোক বিশেষকৈ মুগ্ধ কৰিছে। মই সদায়েই এই কথাটো অনুভৱ কৰোঁ যে সন্ধিয়াৰ বিদায়ৰ সুৰ সত্য হয় কেৱল ৰাতিৰ আহ্বানতেইহে। দিনৰ তৰফৰপৰা সন্ধ্যাৰ বিদায় বিননি যিমানেই করুণ হওক, সি এটা ডাঙৰ সত্যৰ কাৰণেহে মোৰ মন পবিত্ৰ কৰি তোলে। সি হৈছে ৰাতিৰ অনাদি গান। দিনৰ সজাৰপৰা সন্ধিয়াৰ সুকণ্ঠাইদি যেতিয়া আমি ৰাতিৰ মুকলি আকাশত ওলাওঁহি তেতিয়া প্ৰাণত এই অনাদি গান আহি পৰে। সি আহ্বানৰ গান, মিলনৰ আহ্বান, অভিসাৰৰ আহ্বান। ওৰে দিনটোৰ ক্লান্তিৰ অৱশতাৰ শেহত সন্ধিয়াৰ উৎসৱ, তাৰ সাৰ্থকতা ৰাতিৰ এই আহ্বানতেই। দিন সসীম, সংকীৰ্ণ, পোহৰৰ সঁজাত বন্দী: ৰাতি অসীম অনন্ত আন্ধাৰৰ প্ৰসাদত মুক্ত। সঁচাকৈয়ে এন্ধাৰ মই ভাল পাওঁ, ৰাতি মই ভাল পাওঁ। দিন অতি বাস্তৱ, সেইদেখি অতি কঠোৰ, তাৰ চাৰিসীমাই কল্পনাক নিদাৰুণভাৱে বাধা দিয়ে। ৰাতিৰ সেই বাধা নাই, তাত মাথোঁ অনন্তৰ নিমন্ত্ৰণ।

ৰবি ঠাকুৰৰ কবিতাৰ এঠাইত পাইছিলোঁ—

আঁধাৰ তাৰে ডাক দিয়েছে ডাক দিয়েছে কেঁদে।
আলোক তাৰে ৰাখল না আৰ বেঁধে। ( পলাতক )

তেতিয়া মোৰ সেই অনুভূতিয়েই বেছি স্পষ্ট হৈছিল। 'সন্ধিয়া'ৰ কবিৰ লেখাত যেতিয়া পঢ়িলোঁ—

তিমিৰৰ অঙ্গে অঙ্গে হিয়াৰ কবিতা মোৰ
ভৰি পৰে পূৰ হই সন্ধিয়া বায়ুৰে।
হৃদয়-পটত মোৰ তেতিয়া নীৰলে জ্বলে
শীতল আলোক ঢালি তৰা দীপলিপ্।
হিয়াৰ উন্মাদ মোৰ লাহে লাহে জুৰ কৰি
জ্বলি উঠে সুশীতল জোনাকী প্ৰদীপ,
গছে গছে নৈ বিলে স্মৃতিৰ মুকুতা জ্বলে
হিয়া মোৰ পূৰ্ণ আজি তাৰেহে মায়াৰে॥

তেতিয়া সেই ৰাতিৰ আহ্বান মোৰ কাণত আৰু সুমধুৰ সুমঙ্গল হৈ বাজি উঠিছে। কিন্তু হায়! এতিয়াও কিজানি মই দিনৰ বন্দীশালতেই: ৰাহী-বিয়াৰ শূন্যতাৰ দৰে উৎসৱৰ পাছত যি এটা ফাঁক থাকে, এই সন্ধিয়াৰ কবিৰ লেখাতো তাৰ চিন দেখা যায়। ৰাতিৰ গহীনতাই কালত তাক ঢাকি পেলাব। সমালোচকৰ ৰায় লেখা নাই। লেখিবৰ যোগ্যতাও নাই। ইমানতেই মোৰ অতিথিৰ সৈতে এতিয়ালৈ মেলানি। তোমাৰ চিঠিত লিখিছা, তোমাৰ জীৰ্ণমন্দিৰ সংস্কাৰৰ কাৰণে সহায় লাগে। অজলা কবি, মই constructionঅত নাই, creationঅতহে। সঁচাকৈয়ে নিৰ্ম্মাণ কৰা বিষয়ত মই নিচেই অপটু; অপটু কিয়, অসমৰ্থ। সৃষ্টিহে মোৰ আদৰ্শ, তাতেই হে মোৰ আনন্দ। সেই দেখি আৰু……নিজ দোষতেই তোমাৰ চিঠিপত্ৰৰপৰা বঞ্চিত হৈ আছোঁ। আশা কৰোঁ তুমি এইবাৰ টপৰাই লেখি মোৰ আচৰণৰ noble revenge লবা। মোৰ ভাল। তোমাৰ মঙ্গল কামনা কৰোঁ। ইতি

সোণাৰি
জেঠ ১৫, ১৮৪২

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

॥ ২ ॥

মৰমৰ ডিম্বেশ্বৰ,

আজি 'বাঁহী'ত তোমাৰ কবিতা এটা দেখিলোঁ। তাৰ পাছত অৱশ্যে পঢ়িছোঁ আৰু পঢ়ি পঢ়ি সোৱাদো লৈছোঁ। যদি মোৰ ভুল হোৱা নাই, আমাৰ সদৌ সাহিত্যিক সমাজত তোমাৰ এয়ে প্ৰথম প্ৰকাশ। এই উপলক্ষ্যে মোৰ সবল অভিবাদন জনালোঁ। তোমাৰ কবিতাৰ মৌ-কোঁহত সোমাবলৈ মোৰ এটা সুবিধা আছে। কবিৰ জীৱনৰ আৰু আদৰ্শৰ পোহৰ-ছঁয়াৰ সমাবেশত কাব্যৰ সৃষ্টি। আৰু জীৱননো কি? ধৰা, এটা ব্যক্তিগত জীৱন, কিমান সুন্দৰ, কিমান প্ৰেমময়, কিমান আশাপূৰ্ণ, কিমান ব্যথিত, কিমান কৰুণ। এইয়ে কাব্যৰ কথা। এতিয়া ছন্দৰ আৱশ্যক, সুৰৰ আৱশ্যক। সুৰ মৰতৰ নহয়, সি আদৰ্শৰ। আদৰ্শৰ পৰশনত কথাই প্ৰাণ পায়, তাতেই কবিতাৰ জনম। কাব্যৰ সুৰেই তাৰ suggestiveness, যেন জোনাক নিশাৰ বনৰ ছঁয়া। বাৰু এতিয়া কোঁৱাচোন, তোমাৰ উলিৱাৰ কি হ'ল? কিমান বাট চাব লাগিব? সম্প্ৰতি মই ঘৰত, এসপ্তাহমানতে কলিকতালৈ উভতিম। মোৰ সম্ভাষণ।

সোণাৰি
ফাগুণ ৭, ১৮৪২

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

॥ ৩ ॥

মৰমৰ ডিম্বেশ্বৰ,

তোমাৰ চিঠিখন আৰু আমাৰ সাহিত্যৰ ভঁৰালত তোমাৰ লখিমী 'মালিকা'খন আজি এমাহমানৰ আগেয়ে আহি হাতত পৰিছে। সদায়েই তোমালৈ লেখোঁ লেখোঁ বুলি লেখিব পৰা নাই, ইমান অসমৰ্থতা—কিমান, তুমি সুবুজিব পাৰা, বুজিবও পাৰা আৰু সেইমতে বেথা পাবও পাৰা বা বেয়া নাপাবও পাৰা, মই যদিও বুজিবা বুলি আশা কৰি সেই বেয়া নাপালে ভাল পামেই। তোমাৰ কবিতা পঢ়ি মুগ্ধ হৈছোঁ। তোমাৰ কাপে অমৃত বৰষক। ছেগ বুজি 'মালিকা'ৰ কথা তোমালৈ লেখিম,......'সমালোচক'-স্বৰূপে নহয়, কাৰণ মই তেনে হবলৈ ঘিণ কৰোঁ আৰু নহওঁ।—সাদৰ লবা।

The Ogilvie Hostel
চিমলা, কলিকতা
মাৰ্চ্চ ১৪, '২২

তোমাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

# বেণুধৰ শৰ্ম্মালৈ

॥ ১ ॥

মৰমৰ শৰ্ম্মা,

সিদিনা তোমাৰ চিঠিখন পালোঁ। তোমাৰ চিঠি বিচাৰিছিলোঁও। তোমালোকৰপৰা চিঠি নেপালে ভাল নেলাগে, কিন্তু কি কৰিবা, মূঠতে পত্ৰলেখা গোসানী মোৰ প্ৰতি বিমুখ।

লৌকিকতা, তুমি কোৱাৰ দৰে চিঠিৰ উত্তৰ দি 'লৌকিকতা' ৰক্ষা কৰা,—এইবোৰ বিচৰা নাই। ঢে'ৰ হৈছে। লৌকিকতাৰ হেঁচাত পোত যাওঁ যাওঁ, এতিয়া মাথোন ত্ৰাহি ত্ৰাহি কৰিব লাগিছোঁ। তুমি সিমানতো মই লৌকিকতাহে বিচাৰিছোঁ বুলি বৰ নিষ্ঠুৰভাৱে ভুল কৰিছা।

কলিকতাত ব্যৱসায়-বাণিজ্য চলিব পাৰে, চিনেমা থিয়েতৰ চলিব, গৰু-মহৰ গাড়ী, ভাপ গাড়ী, বিজুলী গাড়ী আৰু অতি টানে মানুহে টনা ৰিক্সা গাড়ী চলিব পাৰে, মানুহৰ জীৱনতো নোৱাৰে। অসংখ্য অপৰিষ্কাৰ ৰেষ্টৰেণ্ট হ'টেল আদি খানাঘৰবোৰৰ লগত ইয়াৰ সভা-সমিতি, বক্তৃতা, বাতৰি-কাকত আদিয়ে আৰু এক প্ৰকাৰ পণ্ডিতীয়া আহাৰ জোগায় সঁচা, কিন্তু মানুহ জীয়ে কেনেকৈ? তোমাক কথাৰ মাজতে কেতিয়াবা কোৱা মনত পৰে—কলিকতাৰ বাটেদি যাওঁতে মই মোৰ আত্মাক সাধুকথাৰ দেহ-লাওটোৰ দৰে ঘৰতে থৈ আহোঁ। আজি ক'বৰ মন গৈছে, মই কলিকতালৈ লুইতৰ সিপাৰেই মোৰ দেহ-লাওটি থৈ আহিছোঁ। তোমাৰ বৈতৰণী নৈৰ ৰূপক পঢ়ি বেয়া লাগিল। কিন্তু বৈতৰণীখনকে চৰম সত্য বুলি ল'লে কেনেকৈ হ'ব? নৈখন পাৰ হ'ব লগা যেতিয়া হলেই—তাত নাও মেলি দিয়াঁ, তৰি দিয়াঁ এখন 'অমল ধবল পাল'। তেতিয়া সি ৰবিবাবুৰ কবিতাৰ দৰেই সুন্দৰ হৈ পৰিব।

আৰু নহয় যদি, পাছত লাগিলে মোক সুধিবাঁ; তথাপি তোমাৰ সাহিত্যৰ সুতলাহি পকোৱাত ওজৰ তুলিয়াবাঁ। কলিকতাৰ বাতৰি বিচাৰিছা যেনিবা কলিকতাৰ বাতৰি এটা আছেহে! 'হৰীতকী বাগানৰ লেন'ৰ ঘৰটোৰ ভিতৰ লোমাই সাবটি ধৰা সংসাৰখন—গুৰলা বাক্য। অৱশ্যে এই সংসাৰখনৰ তুমি বাতৰি বিচৰা নাই।

কলিকতাত বৰ্ত্তমান ধোঁৱা আৰু কুঁৱলী। অলপ অলপ জাৰ। এখন ধোঁৱা-লগা আকাশ, তাত শেনবিলাক বনাই ফুৰিছে, উশাহ-নিশাহ নোপোৱা তলত থাকিব পাৰিলেহে। সৌ নাৰিকল দুজোপাৰ আঁৰত ইটা-মিস্ত্রীবোৰে ইটা গাঁথিছে। কাউৰীবোৰে ৰমলিয়াইছে। এই পুৰা মোৰ খিৰিকীয়েদি কলিকতাৰ এই পৰিচয়।

আচালত থাঁ দপ্তৰী ভালে আছে—সি খিলাফটৰ কামত ব্যস্ত। 'স্বৰাজ আ গিয়া'—এয়েই সিহঁতৰ ধাৰণা। মই ভাবিছোঁ তহঁতৰ এই ধাৰণা হ'ব পৰাৰ গতিকেহে আচল স্বৰাজ এতিয়াও অহা নাই।

কলিকতাৰ কুঞ্জবিলাক দুদিনমানৰপৰা অলপ নীৰৱ হৈছে, কাৰণটো পইছাই নহয়। কাৰচেন তেলৰ পেৰাৰ ওপৰত উঠি জিভাৰ কুট-কুটনি মাৰিব আৰু টেটু ফালিব নোৱৰাসকলৰ বিলাই! ইমানতে ৰওঁ। কৰবাত বাতৰি কাকতত কামৰ অধিকাৰ চৰ্চ্চা হৈ উঠিবগৈ পাৰে।

তোমাৰ আশা কৰোঁ এতিয়ালৈকে ভাল আৰু আগলৈকো ভাল থাকিব। মৰম চেনেহ লবাঁ।

মোৰ আৰু খুদোইঁতৰ ভাল। তোমাৰ সোনকালে লেখিবা।

তোমাৰ

অগ্‌লুভি হস্টেল, কলিকতা ভগৱতীপ্ৰসাদ

॥ ২ ॥

মৰমৰ শৰ্ম্মা,

সোণাৰিৰপৰা তোমালৈ এখন চিঠি দিছিলোঁ, তাৰ সম্বিধান পাম বুলি আশা কৰি। তুমি পিছে নিফুট মাৰিলা কিয় ক'ব নোৱাৰোঁ। তোমাৰ আশা কৰোঁ কুশল। মাথোন সম্প্ৰতি চন্দিৰাই, নেউঠি পাজি কাটি আৰু সূতলাহি পকাই। সঁচাকৈ কোৱাচোন কপাহৰ সূতলাহি পকাইছানে, সাহিত্যৰ?

আশাকৰোঁ চিঠি লেখা তোমাৰ অভ্যাসটোও দেৱী নেওঠনিৰ চৰণত গতাই দিয়া নাই। তোমাৰ চিঠি নেপাওঁ মানে আৰু নেলেখিছোঁ, আজিও, আগলৈকো। ভালে আছোঁ। মৰম লবা।

অগ্‌লুভি হস্টেল, কলিকতা তোমাৰ

নবেম্বৰ ১০, '২১ চন শ্ৰীভগৱতীপ্ৰসাদ

॥ ৩ ॥

মৰমৰ শৰ্ম্মা,

কালি তোমাৰ বিজুলী ডাকৰ বাতৰি-সদৃশ কাৰ্ডটো পালোঁ। কাকতত গ্ৰেপ্তাৰ হোৱাসকলৰ ভিতৰত বাপুৰ নামটো নাছিল, তোমাৰপৰা শুনিলোঁ। বাপুলৈ এখন চিঠি দিছিলোঁ, তেতিয়াই তেওঁলোক জেলৰ পদূলি-মুখত। সংশয়, বৰঞ্চ আশা হৈছিল। বাস্তৱতে arrested হোৱাৰ পূৰ্বে চিঠিখন নেপালেও।

তুমি কোৱা মতে তুমিতো এতিয়া ক'ত, সন্দেহ। শিৱসাগৰৰ পুখুৰীপাৰত থাকিবলৈ তপস্যাৰ আৱশ্যক। জেললৈ উপযাচি যাব পাৰিবলৈ আৰু এক সাধনৰ সকাম। মোৰ ইয়াত এবিধো নাই, অথচ কালিৰেপৰা উৰামাৰি গৈ তোমালোকৰ সেই পোতাশালৰ 'মজলিচ'ত পৰিবৰ মন গৈছে।

আজীৱন পৰাধীনতাৰ হাৱা-পানীত ডাঙৰ-দীঘল হৈ আহিছোঁ, বহুত দিনৰপৰাই গাত লোহাৰ শিকলি ভৰৰ উমান পাই আহিছোঁ। অপ্ৰকাশতেই সকলো বেদনা। নেদেখা শিকলিৰ কমাৰে গঢ়া পোতাশালৰ কষ্টতকৈ অকথনীয়-ৰূপে বেছি। দেহাত অধীনতাৰ নাগ-পাশ লৈ তাক সেই বুলি মানিব নোৱৰা অসবলতাই আচল আৰু চৰম পৰাধীনতা। এই জেলখনৰপৰা তৰিলে বৰ্তোঁ।

এতিয়া আৰু মোৰ কথাৰে চিঠিৰ পাত ভৰোৱাটো অইন নহলেও অসাময়িক হ'ব কিজানি। তোমালোকৰ কামেৰে বাক্যৰ সকলোখিনি অসম্পূৰ্ণতা পূৰাই লোৱা।

বাপুহঁতৰ বিচাৰ কেতিয়াকৈ হ'ব ? তেওঁক মোৰ শ্ৰদ্ধা আৰু মৰম জনাবা।

তোমাৰ মৰমৰ

কলিকতা, ১৯২১ শ্ৰীভগৱতীপ্ৰসাদ

## বিমলাকান্ত বৰুৱালৈ

॥ ১ ॥

মৰমৰ বাপু,

সিদিনা তোমাৰ কাৰ্ডটো পালোঁ। তোমাৰ চিঠিনো নেপাওঁ কিয় বুলি মাজে সময়ে ভাবিছিলোঁ। মোৰ লেখিবলৈ সামৰ্থ্য আৰু সুযোগ দুয়োটাই নাই বুলিব লাগে। তুমি কামৰ হেঁচাতহে লেখিব নোৱৰা বুলি জানিছিলোঁ। এতিয়া কৈছা বোলে অনভ্যাসতহে। কিয়?

পৰীক্ষা ওচৰ-চপাত মোৰ কিতাপলৈ অলপ টনা-আঁজোৰা লগাব লগীয়া হৈছে নহয়। তোমালোকৰ কংগ্ৰেছৰ কামৰ কথা কাগজে-পত্ৰই দেখিছোঁ, চিঠি-পত্ৰৰপৰাও শুনিছোঁ, কিন্তু সেয়ে আভাসত। তুমিতো বহলাই মেলি নেলেখাই। সিদিনা চাইক্লষ্টাইলেৰে ছপোৱা 'স্বদেশ' এখন হাতত পৰিছেহি। নিয়মমতে সেইখন পাই থাকিলেও হয় জানিবা।

তুমি লেখিলা মানুহবোৰৰ মনত ভয় সোমাইছে। শেহত ভয়ৰেই জয় হ'বনেকি? ঈশ্বৰে নকৰক। কিন্তু সেই বুলি আমাৰ দুঃসাহস নেলাগে। মই ৰাজনীতিৰ কথা বুজ নেপাওঁ; মানুহৰ মনৰ কথাও ভালকৈ নেজানো, কিন্তু এই কথাত মোৰ অটল বিশ্বাস যে আমাৰ অজ্ঞানৰপৰা ওপজা শক্তি বা উছাহৰপৰা ইংৰাজে ভাৰত সাম্ৰাজ্য হেৰুৱাব পাৰে। আমাৰ স্বৰাজ মনুষ্যত্বৰ ৰাজৰ কথাতো নহয়। তাক জ্ঞানৰ দ্বাৰাই আবিষ্কাৰ, প্ৰেমৰ দ্বাৰাই প্ৰচাৰ আৰু কৰ্ম্মৰ দ্বাৰাই প্ৰতিষ্ঠা কৰিব লাগিব। মহাত্মাৰপৰা আমি সেই জ্ঞানৰ দীক্ষা, প্ৰেমৰ আহ্বান পাইছোঁ—আমাক মাথোন এতিয়া আচল গ্ৰহণশীলতা লাগে—লোৱাৰ ভাও জুৰিলেই, ভলন্টিয়াৰৰ নাম লেখা বহীৰ পাত ভৰালেই নহব। স্বৰাজ ৰাজৰপৰা নাহে।

তোমাৰ
ভগৱতীপ্ৰসাদ

॥ ২ ॥

মৰমৰ বাপু,

কালি তোমাৰ ১২ ডিচেম্বৰৰ চিঠিখন পাই বং পালোঁ। কিন্তু ইমান চুটি চিঠি কিয় লেখা? মই বেয়া পাওঁ। তুমি কৈছা কাকতৰ পিঠিত যি দেখোঁ

—সেয়েই যথেষ্ট। কেতিয়াও নহয়, একাজবপৰা নহয়, ভালেমান কাজবপৰাই সি অসম্পূৰ্ণ। তাৰ উপৰিও মই তোমাৰপৰা চিঠি বিচাৰোঁ—তাৰ পাল মাৰি তুমি সম্বিধান দিয়া বৰ বেয়া।

সম্প্ৰতি দেশলৈ জেলৰ নিমন্ত্ৰণ আহিছে। এই সূত্ৰতে মোৰ আন এটা কথা মনত খেলাইছে। পোতাশালত শৰীৰৰ কষ্ট আছে কিন্তু সেইবোৰ কেৱল পোতাশালৰ নহয়। আচলতে পোতাশালত আছে গভীৰ বেদনা—অৰবিন্দ ঘোষৰ 'কাৰা-কাহিনী' আদি পঢ়িলে পাওঁ। অস্কাৰ ৱাইল্ডৰ *De Profundis*-অত কঁপনি আছে—সেই বেদনা অতি সত্যত। সেই কাৰণে জেল মোলৈ তীৰ্থ, তাত যিমান অকথনীয় পাপৰ পাপীয়েই থাকক লাগিলে।

আজি মোৰ কাণত যি বাঁহী বাজিছে তাত এই বেদনাৰ কঁপনি। দৰাচলতে এতিয়া কথা হৈছে ৰাজনৈতিক বন্দীৰ। গৱৰ্ণমেণ্টে আইডিয়াক এইদৰে হেঁচা দিবৰ চেষ্টা কৰি বৰ হাঁহিয়াতৰ কাম কৰিছে। কিন্তু উপায়, গৱৰ্ণমেণ্টৰ অন্য উপায় নাই, এই মৰকামোৰ নেমাৰি। সত্য আৰু অসত্যৰ মাজত একো এটা হ'ব নোৱাৰে, হলেও সি নিটিকে। আমাৰ জাতিৰ মনৰ ঐক্য আৰু ব্যাপকতা প্ৰবৰ্দ্ধ হৈ উঠিছে। ভাৰতৰ মনৰ বেদীত যেন আজি সত্যৰ প্ৰতিষ্ঠা হয়—দেশৰ আদৰ্শাত্মক সত্য জিলিকি উঠে।

মই তোমাক ইয়াকেহে সদায় কৈছিলোঁ, অসত্যৰ ওপৰত দেশৰ প্ৰতিষ্ঠা হ'ব নোৱাৰে। অজ্ঞতাৰপৰা দেশাত্মবোধ জনমিব নোৱাৰে। মিছাৰ জুমুৰিৰ ওপৰত সত্যৰ চুণপানী লগাই লাভ নাই। কিন্তু মানুহৰ বিষয়ে মোৰ যথেষ্ট জ্ঞান নাই। প্ৰাৰ্থনা কৰোঁ, আমাৰ দেশত যেন এই প্ৰকৃত দেশাত্মবোধৰ জন্ম হয়, অসমীয়াই ভাৰতৰ আদৰ্শক জ্ঞানত গ্ৰহণ কৰে। কলেজ বন্ধ হৈছে। মই নিষ্কৰ্মা হৈ পৰি আছোঁ। তোমালোক এতিয়া চাগে ইংৰাজৰ জেলখানাৰ দুৱাৰদলিত।

শ্ৰীযুতা জেঠাইদেৱৰ গা বেয়া শুনি দুখী হৈছোঁ। আশা কৰোঁ ঈশ্বৰৰ কৃপাত এতিয়া মানে ভাল হৈছে। শ্ৰীযুতা আইদেউতাক মোৰ সেৱা জনাবা। তোমালোকে মোৰ মৰম লবা।

তোমাৰ

ভগৱতীপ্ৰসাদ

## উমাচৰণ বৰুৱালৈ

॥ ১ ॥

ভজো ইষ্টেছনৰ এক্সপেৰিমেণ্টেল ডাকঘৰ
২৪ ডিচেম্বৰ, '২৭, আন্দাজ ২ বজা।

এই অলপতে ভূঞাথাটৰপৰা আহি বাহনৰ অভাৱত এই ঘৰ ডোখৰত অলপ জিৰাইছোঁ আৰু সুমথিৰা টেঙা খাই পিয়াহ গুচাইছোঁ। এখন ভগা টেক্সী ঠিক কৰিছোঁ—তাত সেইয়া আবকাৰী চাহাবৰ মাল লাডিছে—আৰু ১০ মিনিটতে এই ঠাই এৰিম। ঘৰত চাহটোপা খায়েই আইদেওবাৰীলৈ যাব লাগিব। গতিকেই অনুমান কৰিব পাৰিবা কিমান 'busy-body'। By the bye, ওপৰটো মোৰ স্থায়ী ঠিকনা নহয়—wayside ঠিকনাহে। তোমাক কেতিয়াকৈ লগ পাম—অৱশ্যে এইফালে? পষ্টকাৰ্ডৰ বৰ্ত্তমানৰ মালিকক ধন্যবাদ দি আজিলৈ আহিলোঁ।

তোমাৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

॥ ২ ॥

মৰমৰ খুদৌ,

তুমি আশা কৰোঁ হাঁহি উৰাই নিদিবা মই যদি অলপ উপমাৰ সহায়েৰে কওঁ যে সিদিনা তোমাৰ চিঠিয়ে মোৰ চিঠিৰ সুঁতি শুকাই যোৱা জীৱনত আনন্দৰ এটা ঢল আনিলে। লোকৰ অনুৰোধত লোকৰ চিঠিৰ এচুকত এলেং এঠেংকৈ যেতিয়া তোমালৈ কেইটামান আখৰ লেখিছিলোঁ তেতিয়া এইফেৰা আনন্দৰ কথা কোনোমতেই ভাবিব পৰা নাছিলোঁ। কিন্তু মানুহে যেতিয়া পায়, এইদৰেই পায়, বিচাৰিলে মিছা। ইমানতে কাব্য আৰু ছাইক'-এনেলেছিছ্ থাকক।

মই বৰ ব্যস্ত বুলিনো তুমি ক'ত শুনিলা? বোধ কৰোঁ তোমাৰ এইখিনিত wish is the father of the thought হৈছে। কিন্তু তেতিয়াও ব্যস্ত হ'ব

লগীয়াটো যে এজনৰ নিমিত্তে কৰিবলগীয়া বৰ প্ৰশস্ত wish, সেই বিষয়ত মোৰ নিজৰ সন্দেহ আছে। আৰু মই ব্যস্ত হলেও নহলেও মই যি লেখিছিলোঁ সেইটো বুলি ধৰি নবলৈনো তোমাৰ আপত্তি কিয় ?

তুমি যেই কোনো কথাত মোৰ ওপৰত নিৰ্ভৰ কৰাৰ আগতে মই কিমান দূৰ নিৰ্ভৰ কৰিবলগীয়া ( dependable ) সেইটো নিৰ্ণয় কৰি চাইছানে ?

তোমাক কোনো এটা শুধিলে তুমি পোনপটিয়ে তাৰ উত্তৰ নিদিয়া কিয় ?

ইমানতে জেৰা আৰু প্ৰশ্নকূট ( ? ) খটম্। বোধ কৰোঁ শ্ৰীযুত ককাইদেউ ঘৰ পাবহি পাই। তুমিও বোধ কৰোঁ বিহুৰ পাছত শালমৰা মুখলৈ যাবা। আশা কৰোঁ ইয়াৰ লগত পঠিৱাথন ফালি নেপেলাবা।

—তোমাৰ suppressed হাঁহিটো বেছ 'snappy' হৈছে। বোধ কৰোঁ ফটোগ্ৰাফাৰক দেখি হাঁহি উঠিব খুজিছিল। তেওঁ সেইটো তেতিয়া মন কৰিব নোৱাৰিলে যদিও, এতিয়া ক'ত মাৰিব পাৰিলা ? ইয়াত ভাল। আশাকৰোঁ তাতো সকলোৰে ভাল।

মৰম চেনেহ লবা, বিহুৰ বাবেও লবা ; আৰু আন সকলোকে জনাবা। চিঠিপত্ৰ দিবাচোন।

সোণাৰি — ভগৱতীপ্ৰসাদ

জানুআৰি ১৩, '২৮

॥ ৩ ॥

মৰমৰ খুদৌ,

বোধকৰোঁ খবৰ পাব পোৱা যে ইতিমধ্যে তোমাৰ অন্ততঃ এডোখৰ ঠাই চোৱাৰ বিষয়ে ( আৰু দেখিছোঁ, লগতে মোৰো ) নিৰ্ভৰযোগ্যতা ( dependability ) মোৰ ভিতৰত সঁচাকৈয়ে develope কৰিছে ; তুমিতো কম Prophet নোহোৱা তেনে। এতিয়া আইন কথা নাই, মাথোন তালি-টোপোলা বন্ধা আৰু সাজু হোৱা। ৬ মাৰ্চ্চৰ এ-বি-আৰৰ ভটীয়নী mixed গাড়ী।

*   *   *   *

'চিৰকুমাৰ সভা'ৰ শেহ অঙ্কৰ ভাৱনাই ( ঠিক ইস্কুলৰ পাটীগণিতৰ অঙ্কৰ দৰেই ) মোক এতিয়াচোন unnerve কৰিছে যেন পাইছোঁ। যিহেতু এতিয়ালৈকে দেখা নাই, কোনে জানে তাত করুণ ৰসেই নে ( বীৰৰসৰো

সম্ভাৱনা আছে বুলি শুনোহে ) কোন ৰস ওলায় ? তাতে এটা ৰসেই নহৈ কেইবাটাও ৰসৰ সংযোগ হবলৈ হ'লে বিপদৰ কথাও আছে। কিয়নো মনৰ ৰসায়নাগাৰৰ লেবেলহীন পদাৰ্থ কোনটোৰ লগত কোনটোৰ যোগ হৈ কি বিষাক্ত যৌগিকৰ ( compound ) উদ্ভৱ হয় কোনে ক'ব পাৰে। গতিকে তোমালোকে সেই সময়ত লগ এৰা নিদিবা, দহোকুৰি।

আশাকৰোঁ তুমি আৰু কণমইনা, আমি, সকলোবোৰ অৰ্থাৎ মোমাইদেউহঁত, সৰুমইনা, ককাইদেউহঁত, সকলোবিলাক একেলগে যামহক। গৈ কিজানি বৰ ভাল লাগিব।

আৰু ভালৰ ভিতৰত মোৰ দেশাত আৰু ভাবি পোৱাত এতিয়ালৈকে সেই ফেৰাইহে। কলঙৰ পাৰৰ কথা ভাবিলে বুকু টিপিং টিপিং কাৰণ যৱনিকা ( উপৰোক্ত নাটৰ শেহছোৱাৰ পৰোঁ পৰোঁ )।

গতিকে ভবাৰ দৰ্কাৰ নাই।

তুমি পঢ়িয়াবা এইবিলাক নিৰাভৰণ নিৰাভৰণ গদ্যত লেখা কেৱল তথ্য —mere facts আৰু সেইদেখি নিশ্চয় একেলগে ওলাবা।—দিগ্বিজয়ায়। ইয়াত ভাল। ইমানতে থওঁ পুনৰ্দৰ্শনায়।

সোণাৰি
২৯ ফেব্ৰুআৰি, '২৮

তোমাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ

॥ ৪ ॥

মৰমৰ খুদো,

শুনি ভাল পাবা ; অহা ২৪ ফাগুণত নগাঁৱৰ শ্ৰীযুত বিদ্যাকান্ত বৰুৱাৰে সৈতে শ্ৰীমতি সুধা আইদেওৰ বিয়া থিৰ হৈছে। তোমালোকক বিয়াৰ তিনি চাৰি দিনৰ আগৰেপৰা ইয়াত পাম বুলি আশা কৰিলোঁ— কাৰণ আমি ইয়াত বৰ অকলশৰীয়া। আশা কৰোঁ সোনকালে আহিব পাৰিবা।

মৰম লবা দেই

সোণাৰি
২৮ ফেব্ৰুআৰি, ১৯৩০

তোমাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ

॥ ৫ ॥

মৰমৰ খুদৌ,

তোমালৈ ইয়াৰ আগতে দিয়া চিঠি আশাকৰোঁ পাইছা। তোমালোক আশাকৰোঁ বৃহস্পতিবাৰ মানেই আহিব পাৰিবা। তোমালোকৰ radio-setটো শালমৰা মুখতে আছে বোধকৰোঁ—সিবাৰ যোৰহাটত শ্ৰীযুতা সৰুমইনা ককাইদেৱে কোৱা মনত পৰে। যদি আছে তোমালোকৰ লগতে লৈ আহিব পাৰিলে ভাল হয়। অৱশ্যে আজি-কালি broadcasting আছেনে নাই মই কবই নোৱাৰোঁ। আজি প্ৰায় এসপ্তাহ বাতৰি-কাকতৰ বাতৰি লবলৈ আহৰিকে পোৱা নাই। শ্ৰীমান ত্ৰৈলোক্য মইনা তাতে আছে হ'ব পাই, আৰু আশাকৰোঁ তেওঁ বিয়ালৈ আহিব। তেওঁ থাকিলেই radio চলাব পাৰিব আৰু বেছ entertainmentও হ'ব।

মৰম লবাহক।

সোণাৰি
৪ মাৰ্চ্চ, ১৯৩০

তোমাৰ মৰমৰ
শ্ৰীভগৱতীপ্ৰসাদ

## পেহাদেউ লৈ

॥ ১ ॥

শ্ৰীচৰণেষু,

জেঠ পেহাদেউ, অহা ২২ আহাৰ ৬ জুলাই সোমবাৰে আমাৰ স্বৰ্গীয় পিতৃদেৱতাৰ আদ্যশ্ৰাদ্ধ উপলক্ষে আপোনালোক সকলোটিকে নিমন্ত্ৰণ জনালোঁ আৰু আহিব পাৰিব বুলি আশা কৰিলোঁ। ইতি—

সোণাৰি
১৬ আহাৰ, ১৮৪৭ শক

শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

## শ্ৰীমতী সুধা বৰুৱালৈ

॥ ১ ॥

পৰমকল্যাণীয়াসু,

শ্ৰীমতী সুধা আইদেও, কালি নগাঁৱৰপৰা পোৱা টেলিগ্ৰাম পাই তোমালোক নিৰাপদে নগাঁও পোৱাৰ বাতৰি পাই সুখী হলোঁ। তোমালোক ইয়াৰপৰা যোৱাৰ দিনাই বাকী প্ৰায়বিলাক মানুহ ইয়াৰপৰা গ'ল। শ্ৰীযুত মোমাইদেউহঁত মঙ্গলবাৰে গধূলিৰ গাড়ীত গ'ল আৰু লগতে শ্ৰীযুতা আইতা, শ্ৰীমতী আইমাহঁত আৰু সোণ ঠেঙ্গালৈ গ'ল; কাৰণ আজি তাত ৺আইদেউতাৰ শ্ৰাদ্ধ। এতিয়া ইয়াত লাহৰিয়ে নবৌৱেৰে মঁয়েহে আছোঁ। বৰ নিমাও-মাও লাগিছে। আৰু ইমান ভাগৰ লাগিছে—কালি তোমালৈ চিঠিকে লেখা নহ'ল। শ্ৰীযুতাহঁত উলটিলেহে অলপ ভাল লাগিব যদিও তেতিয়াহে আমাৰ ঘৰৰ অভাৱ তীব্ৰতৰ হৈ উঠিব। আইদেও, আমাৰ ঘৰত তোমাৰ অভাৱ বুলিছোঁ কেৱল নিজৰ দুৰ্ব্বলতাৰ গতিকেহে। আচলতে তুমি আমাৰ ঘৰ, আমাৰ জীৱন তোমাৰ হৃদয়ৰ সুধা ঢালি পৰিপূৰ্ণ কৰি থৈছা, কোনোকালে তাৰ ক্ষয় হ'ব নোৱাৰে, আৰু তুমিতো আমাক এৰি যোৱা নাই, তুমি আমাক অতিক্ৰম কৰি গৈছা, তোমাৰ জীৱনৰ জয়যাত্ৰাৰ বাটত তোমাৰ দক্ষিণ হাতত সুধাৰ পাত্ৰ লৈ।

তোমাৰ এই নতুন জীৱনৰ প্ৰথম পুৱাত মোৰ শুভাশীৰ্ব্বাদ গ্ৰহণ কৰা। পৰমেশ্বৰে তোমাক আয়ুষ্মতী, স্বাস্থ্যৱতী, পতিপ্ৰাণা, স্বামীবল্লভা, সু-পুত্ৰৱতী আৰু সৰ্ব্বসৌভাগ্যশালিনী কৰক, তোমাৰ স্বামীৰ হৃদয়ৰ সুখ-দুখ আশা-আকাঙ্ক্ষাৰ ভাগী আৰু সংসাৰৰ সকলো সৎকৰ্ম্মত তেওঁৰ অনুবৰ্ত্তিনী হ'বলৈ আৰু তোমাৰ নতুন ঘৰত একাধাৰে লক্ষ্মী আৰু সৰস্বতীৰূপিণী হৈ তোমাৰ গুৰুজন আৰু সকলো আত্মীয়-কুটুম্বক আপোন কৰিবলৈ তোমাৰ স্বভাৱতে সহৃদয় অন্তঃকৰণ বিস্তাৰসাধন কৰক, তোমাক শুভবুদ্ধি-সংযুক্ত কৰক আৰু দেৱতাৰ আশীৰ্ব্বাদস্বৰূপ পিতৃদত্ত নামৰ সাৰ্থকতা সাধন কৰক। আইদেও, ঈশ্বৰৰ চৰণত, তোমাৰ সৰ্ব্বপ্ৰকাৰ মঙ্গলৰ নিমিত্তে প্ৰাৰ্থনা জনোৱাত বাহিৰে আজি তোমাক আন

উপদেশ দি চিঠি লেখিব নোৱাৰিম। তুমি নিজেই উপযুক্ত শিক্ষা পাইছা। কেতিয়াবা কোনো কথাত কিবা জানিবলগীয়া থাকিলেই তোমাৰ ককায়েৰক সদায় পাবা।

বিয়াৰ দিনা ইয়াৰ চাহাবথিনিক ক্লাবত চাহ খুৱাইছিলোঁহক। চাহৰ পাছত হেলিচাহাবৰ মেম আৰু সোণাৰিৰ ছেভেজ চাহাবৰ মেমে তোমাক চাবলৈ আহিছিল। Mrs. Hally-এ আন কথাৰ মাজত মোলৈ লেখিছে, 'বিয়াৰ সুন্দৰ সাজ পিন্ধি থকা তোমাৰ সেই সুমলী ধুনীয়া ভনীয়েৰটিক মোৰ জীৱনত পাহৰিব নোৱাৰোঁ, তেওঁৰে সৈতে মোৰ কথা পাতিবৰ মন গৈছিল, কিন্তু দুখৰ বিষয়, অসমীয়াত মোৰ যথেষ্ট দখল নাছিল। মই আৰু ক্লাবৰ আটাইবিলাক মেমেই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ যেন তোমাৰ ভনীয়েৰাৰ তেওঁৰ স্বামীৰ সৈতে জীৱন সুখৰ হয় আৰু সুমঙ্গল হয়।'

আমাৰ ইয়াত ভাল। আশাকৰোঁ তোমাৰ আৰু তাত সকলোৰে মঙ্গল। তুমি মোৰ চেনেহ আৰু আশীৰ্ব্বাদ লবা আৰু শ্ৰীযুতক মোৰ স্নেহ-সম্ভাষণ জনাবা। তোমাৰ চিঠি দিনৌ পাবলৈ বাট চালোঁ।

তোমাৰ মৰমৰ ধৰককাইদেৱেৰ

সোণাৰি ভগৱতীপ্ৰসাদ বৰুৱা

১৩ মাৰ্চ্চ, ১৯৩০

॥ ২ ॥

পৰম কল্যাণীয়াসু,

মৰমৰ সুধা আইদেও, তোমাৰ চিঠিখনি পাই অতি আনন্দ পালোঁ। মোৰ চিঠি সোনকালে নেপালেও তুমি যেন দুখ নকৰা—চিঠি লেখিবলৈ মোৰ কিমান এলাহ তুমি জানাই। তুমি মাথোন ঘৰলৈ সোনকালে লেখি থাকিবা। শ্ৰীযুতা আইতাইঁত ঠেঙালৰপৰা পৰহি পালেহি। শ্ৰীমান সোণ আৰু লাহৰ কাইলৈ মানেহে শিৱসাগৰলৈ যাব। তোমালোক যোৱাৰ পাছত লাহৰৰ কাণত কোঁহা এটা হৈছিল, এতিয়া অলপ ভাল হৈছে। শ্ৰীমান পাৰ্ব্বতিৰপৰা কালি টেলিগ্ৰাম পাইছোঁ—আজি গধূলি আশা কৰোঁ পাবহি। এই কেইদিন থাকি সি গুচি আহিলত তোমাৰ চাগৈ বেয়া লাগিছে। সেইটো স্বাভাৱিক। কিন্তু তুমি সকলো অৱস্থাতে মন আনন্দিত ৰাখিবলৈ চাবা। আনন্দই সকলো মঙ্গলৰ মূল—

সেইটো ভাবি চালেই তুমি বুজিব পাৰিবা—আৰ সেইটো মনত ৰাখি সদায় চলিবা। তোমাৰ নতুন ঘৰত গৈ পোনতে আচহুৱা লাগিলেও সদায় আগবাঢ়ি হলেও তোমাৰ উপযোগী কামে কাজে লাগি থাকিবা। ধৰধৰত জগত তাঁতশাল বা বেজিৰ কামৰ সঁজুলি পঠাব নোৱাৰিলোঁহক—তুমি আহোঁতে এবাৰ লৈ যাবা। গানৰ চৰ্চ্চা সদায় ৰাখিবা—তুমি যোৱাৰ পাছত আমাৰ ঘৰত সঙ্গীত এতিয়া নীৰৱ। সঁচাকৈয়ে তুমি অহালৈ আৰু তোমাৰ গান শুনিবলৈ বাট চাই আছোঁ। তোমাৰ স্বৰলিপি কিতাপবিলাক বন্ধাই থম। "ঘৰজেউতি" তুমি নচলালে কি উপায় হ'ব মই ভাবিব পৰা নাই, শ্ৰীযুতা আইতাই কিমান কৰিব? তুমি এটা উপায় কৰিবা। আমি "ঘৰজেউতি"ক এৰি দিব নোৱাৰোঁ। তোমাৰ ছেলফ্‌ৰ কিতাপবিলাক ভালকৈ পঢ়িবা, তাৰ ভিতৰত "বিবাহ-মঙ্গল" বুলি এখনি সুন্দৰ কিতাপ আছে, তাক মনোযোগেৰে পঢ়ি যাবা—কিতাপবিলাক যত্নেৰে ৰাখিবা আৰু সুবিধা পালেই তাৰ সংখ্যা বঢ়াবলৈ মন কৰিবা। বহাগৰ-পৰা আৰু চতৰ সংখ্যাও "প্ৰবাসী' তোমালৈ যাব, মই প্ৰবাসী অফিছলৈ লেখিছোঁ।

পতিলাজনী তোমাৰ ওচৰত পোৱানে গাঁৱত ফুৰি ফুৰেগৈ? তাইক শাসনত ৰাখিবা, নহলে তুমি এই কাম-কাজত অসুবিধা পাবা। চাতৰী-বাইৰ বোধকৰোঁ গাওঁ ফুৰোঁতেই গৈছে।

আমাৰ ইয়াত ভাল। আশা কৰোঁ তাতো সকলোৰে মঙ্গল। নতুন ঠাই, তুমি সদায় স্বাস্থ্যলৈ চকু ৰাখিবা। মোৰ মৰম আৰু আশীৰ্ব্বাদ লবা। শ্ৰীমান অৱনীকো মোৰ মৰম আৰু আশীৰ্ব্বাদ দিবা। তোমাৰ চিঠি পাবলৈ বাট চালোঁ।

তোমাৰ মৰমৰ বৰ ককাইদেৱেৰ
শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

সোণাৰি
১৭ মাৰ্চ্চ, ১৯৩০

## মোক্ষদাপ্ৰসাদ বৰুৱালৈ

পৰম কল্যাণীয়েষু,

জাহবি, তোমাৰ চিঠি পাই সুখী হলোঁ। তুমি কবিৰ নতুনকৈ লেখা থেমেলীয়া নাটৰ কলিকতাত যি ভাও হোৱাৰ কথা হৈছে বুলি লেখিছা, সেয়েই বোধকৰোঁ কাকতত জাননী ওলোৱা 'চণ্ডালিনী'ৰ ভাও, য'ত কবি নিজে আছে বুলি কৈছে।

তোমাক যদি ৰথী বাবুৱে সেই নাটত ভাও লবলৈ কৈছে আৰু তুমিও যদি বঙলা ভাষাত বচন মাতি ভাও দিব পাৰা বুলি ভাবিছা আৰু এই ছেগতে স্বয়ং কবিৰপৰা ভাওৰ আখৰা শিকিবলৈ পাবা বুলি জানিছা, তুমি নিঃসঙ্কোচে সেই ভাৱনাত যোগ দিবা। তাত তোমাৰ জাতীয়তাৰ এচুলি মানো হানি নহয়। তোমাৰ জাতীয়তা নিশ্চয় চালৰ ওপৰৰ এটা পাতল প্ৰলেপ নহয় যে আন ভাষাত নাটৰ ভাও লৈ ভাৰবীয়াৰ বচন মাতিলেই সি মোহাৰ খাই যাব।

ভুল বুজি যদি ভাওনাত নেনামা—তেনেহলে এজন সৰ্ব্বশ্ৰেষ্ঠ নাট্যকাৰ আৰু ভাৱৰীয়াৰ নাট্যকলাৰ লগত ঘনিষ্ঠভাৱে যোগ দিব পৰা সৌভাগ্যৰপৰা মাথোন তুমি নিজেহে বঞ্চিত হবা।

মই তুমি ভাও লবা আৰু ভাও দি সুখ্যাতি আৰ্জ্জিবা বুলি আশা কৰিলোঁ।

আমাৰ ইয়াত ভাল। শ্ৰীমান ... ... ... ...ৰ গা ভাল পাইছে বুলি আজি চিঠি পাইছোঁ। ... ... ... ... তোমাৰ মঙ্গল। মোৰ স্নেহাশীৰ্বাদ লবা। ইতি—

সোণাৰি ভগৱতীপ্ৰসাদ বৰুৱা

২৮ আগষ্ট, ১৯৩৩

## সুশীলাকান্ত বৰুৱালৈ

মৰমৰ ছোট কল্যাণীয়েষু,

কালি শিৱসাগৰৰ চিঠি এখনৰপৰা বাপুক arrest কৰাৰ খাতৰি পালোঁ। ক'বলৈ গ'লে সেইটো শুনিবলৈ আমি বাট চাইয়ে আছিলোঁ। বাপুৰ ত্যাগ গৌৰৱজনক। আমাৰ সি আনন্দৰ কথা হোৱা উচিত। সকুৰেপৰা প্ৰায় একেলগেই থাকি এতিয়া কামৰ বেলিকা দেখাত তেওঁৰপৰা আঁতৰি পৰিছোঁ। এইটোৱেই মোৰ বেদনা। সঁচাকৈ কবলৈ গ'লে আঁতৰা নাই, কাৰণ আমি একে বাটৰে বাটৰুৱা, যদিও আমাতকৈ তেওঁ আগবাঢ়িলে।

বাপুলৈ চিঠি এখন দিছিলোঁ। বোধ কৰোঁ arrest কৰাৰ আগেয়ে তেওঁ নাপালে। পাবনে নেপায় নেজানো দেখি তোমালৈকে লেখিলোঁ। 'বিচাৰ' কেতিয়া হ'ব, ইত্যাদি সকলো কথা আৰু আন আন কথাৰে সৈতে তোমাৰপৰা পাবলৈ বাট চালোঁ।

আশা কৰোঁ শ্ৰীযুতা জেঠাইদেউ আৰু শ্ৰীযুত জেঠপেহাই মিছা বেজাৰ কৰা নাই। কাৰণ, সত্যৰ জয় আৰু ঈশ্বৰ তাৰ সাৰথি। শ্ৰীযুতা আইদেউতাক মোৰ সেৱা জনাবা আৰু শ্ৰীযুত-শ্ৰীযুতাকো জনাবা। তোমালোকে মোৰ মৰম আৰু আশীৰ্ব্বাদ ল'বা। বাপুকো মোৰ মৰম শ্ৰদ্ধা জনাবা।

তোমাৰ

শ্ৰীভগৱতীপ্ৰসাদ বৰুৱা

## চিঠি[1]

ভগৱতীপ্ৰসাদ বৰুৱাৰ সপৰিবাৰে এনে আকস্মিক হৃদয়-বিদাৰক মৃত্যুৰ বাতৰি শুনি মৰ্ম্মাহঁত হ'লোঁ। মোৰ মুখৰ মাত হৰিল; শোক প্ৰকাশ কৰিবলৈ ভাষা নাই। উস, কি দুৰ্ঘটনা! ঈশ্বৰে তেওঁৰ পৰিয়ালৰ সকলোকে, বিশেষকৈ মাক, বুঢ়ীমাক আৰু ভায়েক, আমাৰ সকলোৰে অতি মৰম আৰু চেনেহৰ শ্ৰীমান পাৰ্ব্বতিপ্ৰসাদ বোপাক আৰু মোমাইদেৱেক ৰায়বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱাক যেন ভীষণ শোক সহিব পাৰিবৰ শকতি দিয়ে, এয়ে ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা।

শিৱসাগৰৰ অসমীয়া-বঙ্গলা অভিধান প্ৰণেতা যাদুৰাম ডেকাবৰুৱাৰ এই সম্ভ্ৰান্ত পৰিয়ালটোৰ তিনি পুৰুষ মই নিজ চকুৰে দেখি আহিছোঁ। ভগৱতীৰ ককাদেউতাক ডাঙৰীয়া দুৰ্গাপ্ৰসাদ বৰুৱা অভয়পুৰীয়া মৌজাদাৰ মোৰ পিতৃদেৱতাৰে সৈতে দেখা-সাক্ষাত কৰিবলৈ আমাৰ শিৱসাগৰৰ ঘৰলৈ অহা মোৰ আজিও ভালকৈ মনত আছে। ভগৱতীৰ দেউতাক দেখিবলৈ শুৱনি ৺ৰাধিকাপ্ৰসাদ বৰুৱাকো মই ভালকৈ জানিছিলোঁ। ভগৱতীপ্ৰসাদ আৰু শ্ৰীমান পাৰ্ব্বতিপ্ৰসাদতো মোৰ মৰম আৰু শ্ৰদ্ধাৰ ডেকা ল'ৰাৰ শাৰীৰ। হায়! ঈশ্বৰে কেনেকৈ এনে এখন সোণৰ সংসাৰ খন্তেকতে মষিমুৰ কৰিলে!

সম্বলপুৰ
২৬. ১০. ৩৩

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

১ পাৰ্ব্বতিপ্ৰসাদ বৰুৱালৈ লিখিত।

## বসন্তকান্ত বৰকাকতী

## 'ভগৱতী-স্মৃতি

সি আজি তেৰ বছৰৰ আগৰ কথা—পোন প্ৰথমে যেতিয়া তাহানি কলিকতাত দেখা হয় আদৰৰ বন্ধু ৺ভগৱতীপ্ৰসাদ বৰুৱাৰ লগত, তেতিয়াও মই এতিয়াৰ দৰেই ভগ্নমনোৰথ; এবাৰ কলেজ এৰি আকৌ গৈছিলোঁ কলিকতালৈ ডিগ্ৰীৰ লোভটো সামৰিব নোৱাৰি। গতিকে ৺বৰুৱাদেও মোতকৈ ছাত্ৰ-হিচাপে পোন-প্ৰথমে দুবছৰমানৰ তল হৈও তেতিয়া আকৌ এবছৰৰ ওপৰ হৈ উঠিছিল। সেই সময়ত মোৰ মনস্তত্ব অৱগত আছিল ভালকৈ বন্ধুবৰ শ্ৰীযুত শৰ্ম্মাদেৱৰ। মই বৰ shy, লাজকুৰীয়া; লুকাই লুকাইহে ফুৰোঁ, আগৰ দৰে বুকুফিন্দাই কলিকতাৰ বাটত আৰু যেন ফুৰিব নোৱাৰোঁ। মনত সদায় 'আপচোছ'—মোতকৈ তলত থকা কমবয়সীয়াবিলাকো মোতকৈ ওপৰ উঠিল। অথচ মোতকৈ যিসকল ওপৰত তেওঁলোকেও মোক ভালকৈয়ে জানে আৰু সুবিধা পালেই মোৰ পেটত লুকাই থকা তৰ্কব্যাঘ্ৰই তেওঁবিলাকৰ "চাব্ পোৱা" নলেজ ( certified knowledge ) উপনিষদ ধেনুও ধৰি খায়হে। গতিকে মোৰ সেই অকাল ছাত্ৰজীৱন সদায় অতৰ্কিতে এটা হীনতাবোধ ( inferiority complex ) লৈ অতিবাহিত হৈছিল। কলিকতীয়া অসমীয়া ছাত্ৰ-সমাজত মই অকাল-কোকিলৰ দৰে উদয় হৈছিলোঁগৈ সেইবাৰ। এনেতে এদিন উক্ত বন্ধুবৰ শৰ্ম্মাদেৱে হঠাৎ কলে, "হেৰি বৰকাকতি, আপোনাৰ admirer আৰু আপোনাৰ দৰে ৰবীন্দ্ৰনাথৰ একনিষ্ঠ ছাত্ৰ ( ardent student ) ভগৱতীপ্ৰসাদ বৰুৱাও এইবাৰ কলিকতালৈ আহিছে নহয়। দেখা নহয় জানো?" কথাষাৰ শুনি পোনপ্ৰথমে মোৰ মনটোৱে কিবা এটা পুলকত বিজুলি মৰাদি মাৰিলে যদিও, পিছ মুহূৰ্ত্ততে কিন্তু ওপৰত কোৱা হীনতাবোধৰ ভাবেৰে ছাটি পেলালেহি।

এদিন হঠাৎ দেখা হ'ল বৰুৱাদেৱৰ লগত ফুৰিবলৈ যাওঁতে হেৰিছন ৰ'দত —সেই কৃষ্ণদাস পালৰ মূৰ্ত্তিটোৰ সন্মুখতে। লগতে শৰ্ম্মাদেৱেৰে সেইদিনাই প্ৰথম চিনাকি। চিনাকি কৰি দিলে বন্ধুবৰ শৰ্ম্মাদেৱেই। আচৰিত কথা,

মোৰ হীনতাবোধ সেই সৌম্যদৰ্শনত তৎক্ষণাৎ উচ্চতাবোধত হে পৰিণত হ'ল। মোতকৈ বৰুৱাদেৱও তেতিয়া কলেজৰ হিচাপে এবছৰৰ ওপৰ। কিন্তু দেখি মোলৈ তেওঁৰ যি লজ্জা-বিনম্র সুকোমল ভাব কথায়-বতৰায় ফুটি উঠিল সি সঁচাকৈয়ে মন্ত্রমুগ্ধৰ দৰে কৰিলে, আৰু তেতিয়াৰপৰা তেওঁলৈ হৃদয়ৰ কিবা এটা বিশেষ আকৰ্ষণত আকৃষ্ট হৈ পৰিলোঁ। সেইদিনা তেওঁৰ লগত কি কথা-বতৰা হৈছিল তাৰ আগগুৰি একো মনত নাই। কেবল জীৱন যে প্রতি মুহূর্ত্তে নতুন, প্রতি মুহূর্ত্তে অভিনৱ, এই তত্বটোকে কোনোবা এজন দাৰ্শনিকৰ ভাষাৰে মই কোৱা মনত পৰে এনেকৈ—"we can bathe in the same river once only," অর্থাৎ আমি একেখন নৈতে এবাৰহে অৱগাহন কৰিব পাৰোঁ; আৰু সেই লগতে ৰবীন্দ্রনাথৰ একেটা 'কটেছন' ওলাইছিল।

পারবি না যোগ দিতে এই ছন্দেরে
খসে যাবার ভেসে যাবার ভাঙবারই আনন্দেরে।

দুজন বা ততোধিক ছাত্র একেশ্রেণীতে পঢ়িলেই বোলে সতীর্থ হয়। মোৰ মনেৰে স্কুল কলেজৰ কৃত্রিম শ্রেণীবোৰত মাত্র একত্র হৈ থাকিলেই প্রকৃত সতীর্থতা লাভ নহয়। সতীর্থতাৰ তীর্থ হৈছে জীৱনৰ গভীৰ মিলনকুঞ্জত, হৃদয়ৰ সুমধুৰ ঐক্যতন্ত্রত। সেইবাবেই বৰুৱাদেৱ আছিল মোৰ এজন ডাঙৰ সতীর্থ। আমি দুয়ো প্রায় একেলগেই পৰিক্রমণ কৰিছিলোঁ—এখন মানৱ হৃদয়ৰ মহামিলনৰ তীর্থ। সেইখন হৈছে—ৰবীন্দ্রনাথৰ কাব্যতীর্থ। সঁচাকৈয়ে ভগৱতী-প্রসাদ মোৰ স্কুলীয়া বন্ধু নহয়,—কিন্তু সেই এটাইবোৰতকৈ বেছি আছিল এটি সম্বন্ধত—সেইটি হৈছে সূৰ্য্যক প্রদক্ষিণ কৰি ঘূৰা দুটি সৰু গ্রহৰ দৰে— এজন বিশ্বকবিৰ ভাব-ভাষা চিন্তা-কল্পনা সত্য-সৌন্দর্য্যক কেন্দ্র কৰি ঘূৰা দুটি সগোত্র মনৰ। সেই কবিৰ ভাষাৰেই পুনৰ কওঁ,

কত অজানারে জানাইলে তুমি
অচেনারে দিলে ঠাই
দূরকে করিলে নিকট বন্ধু
পরকে করিলে ভাই।

বৰুৱাদেৱ আছিল এজন নীৰৱ ভাবুক আৰু সাহিত্যৰসজ্ঞ। লেখক হিচাপে কিমান দূৰ কি আছিল ভালকৈ জানিবলৈ অৱসৰকে নেপালোঁ। কাৰণ তেওঁৰ প্রকাশিত কোনো 'লেখা' দেখা পোৱা নগ'ল। কিন্তু সাহিত্যৰসজ্ঞ হিচাপে

তেওঁৰ জ্ঞানৰ পৰিধি অসমীয়া সাহিত্য চেৰাই গৈও ইংৰাজী সাহিত্য আৰু বঙলা সাহিত্য, ঘাইকৈ ৰবীন্দ্রসাহিত্যলৈকে যে ভুবিছিল, এইটো তেওঁৰ লগত ভালকৈ পৰিচিত শিক্ষিত সাহিত্যিক মাত্রেই স্বীকাৰ নকৰি নোৱাৰিব। মই বৰুৱাদেৱক কেইবাদিনো সুধিছিলোঁ, "বৰুৱা আপুনি লেখিব কেতিয়া?" তেওঁ মৃদু হাঁহিৰে একেটা উত্তৰ দিছিল, "এদিন লেখিম—'সবুজ পত্র'ৰ দৰে অসমীয়াত এখন কাগজ উলিয়াম যেতিয়া আৰু তাত আপুনি ৰবীন্দ্রনাথৰ ভাও দিব তেতিয়া।" কালৰ কি কুটিল গতি! 'সবুজ পত্র'ৰ দৰে কাগজ যে নোলাল, ৰবীন্দ্রনাথৰ ভাওটোও দিবলৈ নাপালোঁ।

আজি ভৰ-বয়সত ভৰা যৌৱনৰ 'সবুজ বর্ণেৰে' ভগৱতীপ্রসাদে পুত্র ভাৰ্য্যা সমন্বিতে দিচাং নৈৰ বুকুত সলিল-সমাধি লাভ কৰিলে। উঃ কি অসহ্য বাতৰি!

যদিও ভগৱতীপ্রসাদৰ সাহিত্যক্ষেত্রৰ প্রতিভাৰ বন্তিগছি জ্বলিবলৈ নেপালে, তথাপি এইটো ঠিক যে সেই বন্তি জ্বলা হলে সহজে নুনুমালেহেঁতেন। আশা কৰোঁ তেওঁৰ হাতে-লিখা অৱস্থাত কিছুমান কিবাকিবি ৰচনা আছে। সেই-বিলাক যেন তেওঁৰ ভাতৃ শ্রীযুত পাৰ্ব্বতিপ্রসাদ বৰুৱাৰ যত্নত পোহৰলৈ ওলায় এই বাঞ্ছা।

কলিকতা এৰাৰ পাছত বৰুবাদেৱৰ লগত মাত্র এই জীৱনত তিনিবাৰ দেখা হৈছিল। এবাৰ নগাঁৱত তেওঁৰ বিয়াত, দ্বিতীয়বাৰ যোৰহাটত মোৰ বিয়াত, আৰু (তিনিবাৰৰ বাৰ) তৃতীয়বাৰ পুনৰ নগাঁৱত তেওঁৰ শহুৰেক শ্রীযুত শশীকান্ত বৰুবা ডাঙৰীয়াৰ ঘৰত। সাহিত্যিক অনুৰাগৰ বাজেও ভগৱতীপ্রসাদৰ কেইটিমান লক্ষ্য কৰিবলগীয়া মনুষ্য-দুর্লভ গুণ আছিল। তেওঁৰ নামটোৰ এটা সাৰ্থকতা লক্ষ্য কৰিছিলো যে তেওঁ ইমান প্রখৰ বুদ্ধিসম্পন্ন ডেকা হৈও মুঠেই চঞ্চল নাছিল। সদায় ধীৰ, গম্ভীৰ অথচ প্রফুল্ল। সঁচাকৈয়ে তেওঁ যেন অন্তৰত আত্মপ্রসাদ লাভ কৰিছিল। তেওঁৰ সেই সৰল সুঠাম নিপোটল দেহাৰ স্বাস্থ্য আৰু ৰূপ-যৌৱনৰ ভিতৰেদি তেওঁৰ যি উৎকৰ্ষপ্ৰাপ্ত (cultured) মনৰ দীপ্তি আৰু হৃদয়ৰ গভীৰ প্ৰশান্তি জ্বলি উঠা দেখিছিলোঁ, সি সঁচাকৈয়ে মোৰ পক্ষে এটা উপভোগৰ বস্তু আছিল। এদিন ধেমালিতে কোৱা মনত পৰে, "বৰুৱা, আপুনি হাঁহকচোন।" কথাষাৰ শুনি বৰুৱাৰ স্বভাৱতে মুখৰপৰা হাঁহি ওলাল। হায়, কি অনিন্দ্য হাঁহিটিয়েই আজি পৃথিৱীৰপৰা চিৰকাললৈ লুকাল!

ৰবীন্দ্র-প্রসঙ্গত এদিন বৰুৱাদেৱে একেষাৰ মোৰ মনেৰে সৈতে মিলিযোৱা

কথা কৈছিল, "কালিদাস, চেকস্‌পিয়েৰ বা ৰবীন্দ্ৰনাথৰ দৰে পৃথিৱীত সকলো মানুহেই কাব্যৰ অমৰ মূৰ্ত্তিৰে মানুহক চিৰকলীয়া দান দি যাব নোৱাৰে, কিন্তু প্ৰত্যেক মানুহেই সদায় পৰিবেষ্টিত হৈ থকা তেওঁৰ প্ৰিয়-পৰিবাৰ আৰু বন্ধু-বান্ধৱক হৃদয়ৰ বিমল সৌৰভেৰে আমোদিত কৰিব নোৱাৰে জানো, আৰু নকৰে জানো? যদি কৰে, তেন্তে তেওঁৰ সেই হিচাপত তো দানৰ এটা মূল্য আছে। এই কাৰণেই প্ৰিয়জনৰ স্মৃতিও, কবি, স্বদেশহিতৈষী আৰু মহাপুৰুষ আদিৰ স্মৃতিতকৈ কম সুমধুৰ নহয় হবলা।" নহয় কেতিয়াও, নহয়, বন্ধু! আজি তোমাৰ স্মৃতিয়ে সেই কথা পুনৰ বিড়িয়াই বিড়িয়াই কৈছে। ভালেতোহে প্ৰেমোন্মাদ কবি শ্বেলীয়ে গাইছিল,—

We look before and after
And pine for what is not
Our sincerest laughter
With some pain is fraught,
Our sweetest songs are those that tell
Of saddest thought.

বন্ধু, আজি হঠাৎ এই জগদ্দৃশ্যৰপৰা চিৰদিনলৈ আঁতৰ হ'লা,—এদিন আমিও আঁতৰ হ'ম, হয়তো কেনেবাকৈ লগো পাব পাৰোঁ। এতিয়া জীৱনৰ সিপাৰত ক'ত কেনেকৈ আছাগৈ, একো নেজানো, কিন্তু মনত পৰিছেনে এদিন প্ৰিয় কবিৰ ভাষাৰে গাইছিলা—

কেড়ে লও এই ভেলা,
ঘুচাও খেলা
জলেরে কোলাহলে
অধীর জলেরে কোলাহলে
এবার জুড়াও তারে
একেবারে
রসের রসাতলে
গভীর রসের রসাতলে।

যোৱাঁ বন্ধু, যোৱাঁ। গ'লা যদিও, একেবাৰেই অকলশৰীয়া হৈ যোৱা নাই, জীৱন-সঙ্গিনী, প্ৰাণ-প্ৰিয় পুত্ৰ, সোদৰৰ ভনীটি আৰু চেনেহৰ জিগিৰী এটিও

জগতে লৈ গৈছা, পাঁচোটিয়ে গৈ মনোমত ভুবনত বিৰাজ কৰাঁগৈ। যোৱাঁ, বিৰাজ কৰাঁগৈ এনেকুৱা স্থানত, য'ত হয়তো মাটি-পানীৰ বৈষম্য-ঘটিত নাই, য'ত হয়তো ৰেল জাহাজ মটৰৰ নিচিনা যন্ত্ৰ-তন্ত্ৰৰ অসম্পূৰ্ণতা নাই, আছে কেৱল প্ৰাণৰ অবাধ গতি, হৃদয়ৰ অবাধ প্ৰীতি আৰু আত্মাৰ অসীম মূৰ্তি। মৰ্ম্মাহত ভ্ৰাতৃ পাৰ্ব্বতিপ্ৰসাদ! আপোনাক কি বুলি সান্ত্বনা দিম! আপুনি মাথোন আপোনাৰ পৰম আৰাধ্যা মতৃাদেৱীৰ যাতে সান্ত্বনা হয়, তালৈ চাওক, আৰু আপোনাৰ অমৰ সঙ্গীতৰ মন্ত্ৰেৰে হৃদয়তন্ত্ৰী ধ্বনিত কৰক:

জীবনে যত পূজা
হল না সারা
জানিহে জানি তাও
হয়নি হারা।
যে ফুল না ফুটিতে
ঝরেছে ধরণীতে
যে নদী মরু পথে
হারালো ধারা
জানি হে জানি তাও
হয়নি হারা।

২৮।১০।৩৩

ডিম্বেশ্বৰ নেওগ

## স্মৃতি-তৰ্পণ

ভগৱতীপ্ৰসাদ বৰুৱাক সণ্চালনিকৈ হয়তো সদৌ অসমীয়া ৰাইজে নাজানে, সেই দেখি তেওঁৰ হৈ এজন তেওঁৰ ভিতৰুৱা সঙ্গীৰ এই বিলাপ বা প্ৰলাপে সৰহ ঠাই লোৱা, এখন ৰাজহুৱা কাকতৰ ঠাইৰ অপহৰণ, এনে বুলিও বহুতে ভাবিব পাৰে আৰু ভবাটো অসঙ্গতো নিশ্চয় নহয়। কিন্তু এই অপহৰণকাৰীৰ ক'ব লগা এয়ে—তেওঁৰ এই স্বৰ্গীয় বন্ধুক সদৌ অসমীয়া ৰাইজে নাজানে যদিও জানিবৰ অলায়ক নিশ্চয় নহয়, জানিবলৈ তেওঁ ইচ্ছা কৰি সুবিধা নিদিলে বুলিহে। তেওঁ সেই সুবিধা দিয়া হ'লে অসমীয়া ৰাইজে ঘাইকৈ সাহিত্য-সমাজে তেওঁক এনেদৰে চিনিলেহেঁতেন যে প্ৰত্যেকেই তেওঁক হেঁপাহত কেতিয়াও এৰিব নোৱাৰিলেহেঁতেন আৰু তেওঁৰ এই আকস্মিক হিয়া-বিদৰি যোৱা মৃত্যু-কাহিনীত এনেদৰে সকলো জঁয় পৰিলহেঁতেন যে মোৰ বিশ্বাস ঈশ্বৰে নকৰক, বৰ্তমান তৰপৰ ভিতৰত তেনে আন এজনৰ নাম তুলনা দিবলৈ ভালেখিনি ভাবিব লাগিব।

৺হেমচন্দ্ৰ বৰুৱাৰ আগতে প্ৰকৃত আৰু প্ৰথম অসমীয়া ভাষাৰ জনছন ৺যাদুৰাম ডেকাবৰুৱাৰ আজো-নাতি আৰু ৰায় বাহাদুৰ ৺ৰাধিকাপ্ৰসাদ বৰুৱাৰ বৰপুতেক আছিল ভগৱতী। মই জনাৰ ভিতৰত বাহিৰে-ভিতৰে সকলোপিনে প্ৰকৃত শিক্ষিত আৰু সাহিত্যানুৰাগী সম্ভ্ৰান্ত অসমীয়া পৰিয়াল এওঁলোকৰ দৰে কেইটা আছে আঙুলি-মূৰত লেখত ওলাব পাৰে। 'অৰুনোদই' নহ'লেও অন্ততঃ 'জোনাকী'ৰ কালৰেপৰা আজিলৈকে ওলোৱা প্ৰায় সকলো অসমীয়া আলোচনী সাহিত্যপুথি আৰু ইংৰাজী-বঙলা আদি ভাষাৰ শ্ৰেষ্ঠতম গ্ৰন্থবোৰ অতি যতনেৰে ৰখা এখন ঘৰৰ কথাহে মই জানো। সেয়ে ৺ভগৱতীপ্ৰসাদৰ ঘৰ।

মোৰ সাহিত্য-সেৱাত মূৰ দোওঁৱাৰ আৰম্ভণ কাল ১৮৩৫-৩৬ শক (১৯১৩-১৪ খৃঃ) আৰু তাৰ ২।৩ বছৰ আগৰেপৰা ভগৱতী মোৰ সহপাঠী আৰু সাহিত্যসেৱাৰ হৰিভকত স্বৰূপ; কিন্তু এই সম্বন্ধটো বাহিৰত অলপ বিচিত্ৰভাৱে

প্ৰকাশ পাইছিল। তেতিয়া দুয়ো কবিতা লিখিছিলোঁ, সঁচা, কিন্তু তাকে তেওঁ নুকুৱাই, মই দেখুৱাই। সেই দেখি মই হ'লোঁ কবি, তেওঁ হ'ল অকবি (তেওঁৰ ভাষাৰেই)।

এই কথাকে অলপ আকাৰ প্ৰকাৰ দি, তেওঁ আৰু তেওঁৰ তেতিয়াৰ চিৰসঙ্গী ৺বিমলাকান্ত বৰুৱা (বি এ) দুয়ো মোৰ লগত নানা ধেমালি কৰে। তাৰে মৌ-সনা সৌৰৰণিৰূপে তেওঁলোকৰ এফাকি পদ্য মনত আছে :

কবিয়ে কবিতা লিখে দেখিবলৈ ভাল,
অকবিয়ে কিয় তাত কৰে আহুকাল।

জীৱনৰ সেই এক সুখৰ অধ্যায়। তেওঁলোকৰ মোৰ বিষয়ক সেই সমালোচনা সদায় নিৰ্দ্দোষ ধেমালিৰ কাম। মুঠতে এই আৰম্ভৰ কালটোৰ বিষয়ে ইমানকে ক'ব পাৰোঁ, সাহিত্য সেৱাত এই কুৰি বছৰ যদি এই অভাজনে খুদ এটি মানৰো যোগ্যতা লাভ কৰিছো, তাৰ লগত মই আন দুই-এজনৰ লগত ৺ভগৱতীৰ নাম নলৈ নোৱাৰোঁ। সেইকালৰে পৰা আজিলৈকে ভগৱতী (লগতে তেওঁৰ জীয়েক-ভনীয়েক হ'লা) মোৰ কবিতাৰ অতি আদৰকাৰী (admirer) আছিল। সেই বুলি সাহিত্যৰ গুণত বা জ্ঞানত মই ভগৱতীতকৈ শ্ৰেষ্ঠ আন কি তেওঁৰ সমান বুলি মই বাস্তৱতে ভাবিবলৈ সাহ কৰিব নোৱাৰোঁ। তেওঁৰ সাহিত্যৰ অন্তৰ্দৃষ্টি আৰু তেওঁৰ সুৰুচিবোধ মোৰ সদায় আদৰৰ হেঁপাহৰ বস্তু হৈ থাকিব। তেওঁ মোৰ প্ৰকৃত friend philosopher and guide তেওঁ সাৰথি হৈ মোক যিখিনি সহায় কৰিলে সেই সহায় জীৱনত আৰু কাৰোপৰা পাবলৈ আশা কৰা নাই কৰিব নোৱাৰোঁ।

খটুফটীয়াকৈ মনত আছে তেতিয়া প্ৰায় ২।৩ টাকৈ কবিতা লিখি স্কুললৈ নিওঁ আৰু তাৰ অন্যান্য শ্ৰোতামণ্ডলীৰ মাজৰ প্ৰধান আছিল ভগৱতী। ভগৱতীয়ে এটা কবিতা ভাল বা বেয়া বোলাত যিমান মূল্য আছিল আনে বোলাত সিমান কেতিয়াও নাছিল। এদিন মই ৱৰ্ডছ্‌ৱৰ্থৰ 'The Cuckoo' কবিতাটো (আমি তেতিয়া ৪ৰ্থ মান শ্ৰেণীত) অনুবাদ কৰি ক্লাছলৈ নিছোঁ। সেইদিনা মোৰ কুক্ষণ, ভগৱতীয়ে ৰায় দিলে, "তোমাৰ অনুবাদটো ভাল নহ'ল। পুৰণি 'জোনাকী'ত ইয়াৰ ভাল অনুবাদ এটা মই পঢ়িছোঁ। তোমাক দেখুৱাম।" বিক্ৰিয়েশ্যনত আনি দেখুৱালে আৰু তেতিয়াই বিনাবাক্যে মোৰ নিজহাতে সেই কবিতাৰ কাঠ-সংস্কাৰ। তেওঁৰ সমালোচনা সদায় সুৰুচিসম্পন্ন, কেৱল

বন্ধুবৎসল নাছিল; আৰু এই বুলিয়েই তাক মই সদায়েই অকৃত্রিম শ্ৰদ্ধাৰ চকুৰে চাইছিলোঁ। সৌ-সিদিনাও প্ৰায় তিনিবছৰৰ আগত মোৰ এটা বিশেষ প্ৰবন্ধৰ কথা উন্নুকিয়াই তেওঁ কৈছিল, "তুমি আজি-কালি তোমাৰ লেখনী ঢিলাই দিছা নেকি হে? তোমাৰ এই প্ৰবন্ধটো পঢ়ি মই ভাবিলোঁ, তুমি হয়তো সম্পাদকৰ ফৰ্ম্মাচ্ ৰক্ষা কৰিবলৈকে লবালৰিকৈ প্ৰবন্ধটো লেখিছিলা। অইনৰ প্ৰবন্ধ হিচাপে ভাল হলেও ই তোমাৰ কলমৰ উপযুক্ত নহ'ল।" স্বভাৱতে তাত মোৰ কবলৈ একো নাছিল।

৺ভগৱতীপ্ৰসাদ তেওঁৰ সম-সাময়িক ছাত্ৰ-সমাজতো সৰ্ব্ব সৰহৰৰহী আছিল বুলি মই ক'ব নোৱাৰোঁ; কিন্তু যিবিলাক গুণেৰে তেনে হ'ব পাৰি সেইবোৰ গুণ তেওঁৰ নাছিল। তেওঁ কথা-বাৰ্ত্তা চলন-ফুৰণত সদায় ধীৰ আৰু গহীন আছিল। সেইবুলি তেওঁৰ লগত এবাৰো কথা পাতি পোৱা কোনো লোকে তেওঁক অহঙ্কাৰী বুলিব নোৱাৰিছিল। তেওঁৰ লগত কাৰো কাৰো কোনো বিষয়ত মত নিমিলাটো একো আচৰিত নহয়, কিন্তু তেওঁৰ আলাপ এনে সোৱাদ যে তেওঁৰ তৰ্কত কোনোৱে বেয়া পাই আছিছে বুলি ক'লে বিশ্বাস কৰিবলৈ টান হয়। তেওঁৰ পৱিত্ৰ হিয়া আৰু মহৎ আত্মাৰ সাক্ষী তেওঁৰ সেই সুন্দৰ মুখশ্ৰী আৰু সেই মিঠা হাঁহিটি।

ভগৱতীৰ সাহিত্য-সেৱা যিদৰে লুকাই আৰম্ভ হৈছিল, সি শেষো হ'ল প্ৰায় সেইদৰেই। তথাপি এই সেৱাৰ প্ৰসাদৰ চিন বুলি অলপ ৰাইজৰ আগলৈ উলিয়ালে সেই স্বৰ্গীয় পৱিত্ৰ আত্মাই আমাক ক্ষমা দিব। শিৱসাগৰৰ সেই সময় সাহিত্য-চৰ্চ্চাৰ জানিবা ৰেনেছেন্স যুগ। 'পুৱা', 'ভুমুকি', 'জেউতি', 'মালতী' আদি হাতে-লিখা আলোচনী আৰু বিমলালয় সভা আছিল সেই জাগৰণৰ কেন্দ্ৰ। এই 'জেউতি' কাকত চলিছিল ৺ভগৱতী আৰু শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱৰ আন্তৰিক সহযোগত। বিমলালয়ৰ সম্পাদকৰ কামো ভগৱতীপ্ৰসাদে ভালেমান দিন চলাইছিল। গতিকে বন্ধুবৰ শৰ্ম্মাদেৱে যত্ন কৰিলে তেওঁৰ অতি অন্তৰঙ্গ ভগৱতীৰ সাহিত্যসেৱাৰ প্ৰসাদ ৰাইজে দেখিবলৈ পাব। আৰু এখেতে তেনে যত্ন কৰিবলৈ ইয়াৰ ভিতৰতে ভৰা নাই বুলিও মোৰ মনে নধৰে।

সুমাৰ্জ্জিত কবিতা আৰু গদ্যৰচনাৰ বাহিৰেও ভগৱতীৰ বন্ধু-বান্ধৱলৈ লিখা সাধাৰণ চিঠিপত্ৰবোৰো অসমীয়া সাহিত্যৰ অতি আপুৰুগীয়া বস্তু হ'ব বুলি মোৰ সবল বিশ্বাস। আন নহ'লেও সেইবোৰে তেওঁৰ ওপৰত কৈ অহা সাহিত্যৰ সুৰুচিৰ ভাল প্ৰমাণ দিব বুলি সহজে ভাবিব পাৰি। এই বিষয়ে সন্তপ্ত ভ্ৰাতৃ

মোৰ অনুজপ্ৰতিম শ্ৰীমান পাৰ্ব্বতিপ্ৰসাদেও শৰ্ম্মাদেৱক সহায় কৰিব বুলি ভাবিছোঁ। মোৰ হাতত সম্প্ৰতি তেওঁৰ হাতৰ তিনিখন মান চিঠি বিচাৰি পাইছোঁ; তাৰে এখন সম্প্ৰতি তেওঁৰ স্মৃতি-তৰ্পণস্বৰূপে তুলি ধৰিলোঁ।

মোৰ সাহিত্যসেৱাৰ যত্ন ১৮৩৫-৩৬ শকতে আৰম্ভ হৈছিল, যদিও—১৮৪২ শকলৈকে মোৰ কোনো প্ৰবন্ধ বা কিতাপ আদি প্ৰকাশ হোৱা নাছিল। পিছে সেই শকতে স্বৰ্গীয় বন্ধু বিমলাকান্তই মোৰ 'উপহাৰ' নামৰ কবিতাটো (পিছত 'মালতী'ত ওলাইছিল) 'বাঁহী'লৈ মোৰ হাতৰপৰা নি নকৈ লিখি পঠাই দিয়ে আৰু সেই শকৰ দশম বছৰ, দশম সংখ্যা 'বাঁহী'ত কবিতাটো ছপা হৈ ওলায়। তেতীয়া ভগৱতী গুৱাহাটী কটন কলেজৰপৰা আই. এ. পাছ কৰি গৈ কলিকতাত বি. এ. পঢ়িছিল আৰু সেই সংখ্যা 'বাঁহী' ওলাবৰ সময়ত তেওঁ তেওঁলোকৰ সোণাৰিৰ ঘৰত আছিছিল। তাতে কাবতাটো পায়েই তেওঁ মোলৈ লিখে।*

এই চিঠিৰ এবছৰৰ পাছতহে (মাঘ ১৮৪৩ শক) মোৰ প্ৰথম কবিতাপুথি 'মালিকা' ছপা হৈ ওলায়। এই পুথিখন পাই তেওঁ মোলৈ হৰ্ষ প্ৰকাশ কৰি যিখনি চিঠি দিয়ে তাক যতনেৰে সাঁচি থোৱা আছে। আজি এযুগ অৰ্থাৎ বাৰ বছৰৰ মূৰত 'মালিকা'ৰ দ্বিতীয় তাঙৰণ ছপোৱাৰ কথা ভাবিছোঁ। যদি সোনকালে এই এখুদমান কিতাপখন নকৈ ছপাই উলিয়াব পাৰোঁ, ৺ভগৱতীৰ স্মৃতিৰ তৰ্পণ-স্বৰূপে তেওঁৰ সেই চিঠিখনকে তাত অতি শ্ৰদ্ধাৰে ঠাই দিম।[১]

## অসমীয়া নীৱৰ শ্ৰেণী

॥ ১ ॥

গুৱাহাটী প্ৰৱাসৰ প্ৰথমছোৱা কালত গুৱাহাটীৰ পৰ্ব্বতীয়া আৰু প্ৰাকৃতিক দৃশ্যই মোৰ মন বিশেষকৈ মুহিছিল। তাৰ ভিতৰত ব্ৰহ্মপুত্ৰৰ মাজত বেলি মাৰ যোৱা দৃশ্য মোৰ প্ৰাণৰ বস্তু আছিল। মই কলেজৰ প্ৰথম বাৰ্ষিক আৰু ভগৱতীপ্ৰসাদ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়োঁতে আবেলি প্ৰায়ে দুয়ো পানী-কলৰপৰা ভৰলুমুখলৈকে নৈৰ পাৰৰ আলিয়েদি ফুৰি ফুৰি নানা তৰহৰ কথাত

* চিঠিখন ৬৭ পৃঃত চাওক।

১ 'বাতৰি', ২৮ অক্টোবৰ, ১৯৩৩।

পৰম প্ৰীতিলাভ কৰিছিলোঁ। এদিন আমি ফুৰি গৈ প্ৰায় কাঁচীবজাৰৰ ঘাটৰ ওচৰ পাওঁতেই মহাপৰোভৰেৰে লুইতৰ বুকুত বেলিটি মাৰ গৈছে। দুয়ো সেই দৃশ্য উপভোগ কৰি কৰি সেই বিষয়ে আৰু নানা কথা পাতিলোঁ। সেই দৃশ্যই মোৰ মনত যি কৰুণ ছবি আঁকি দিয়ে সেই বিষয়ে তেওঁক অলপ ক'ব খুজিলোঁ। মোৰ সেই কল্পনাৰ পাট তেতিয়াই তেওঁৰ হেঁপাহৰ বস্তু হৈ পৰিল আৰু তাক লেখনীত আঁকি দিবলৈ অনুৰোধ কৰিলে। তাৰেই ফল 'ইন্দ্ৰধনু'ৰ 'সন্ধিয়া' কবিতা। সেই কবিতাটি পাই তেওঁ লিখিলে।*

ভগৱতীপ্ৰসাদৰ সৌহাৰ্দ্য, বন্ধুত্ব আৰু স্নেহৰ ওচৰত মই কিমানখিনি ঋণী ঘপৰাই ক'ব নোৱাৰোঁ। আভিজাত্যৰ সমৰ্থনত তেওঁক মই সদায় প্ৰতিবাদ কৰিছিলোঁ, আভিজাত্য বৰাই সদায় মোৰ স্বভাৱৰ লগত জীণ নোযোৱা কথা, কিন্তু ভগৱতীপ্ৰসাদৰ এই সাহিত্যিক আৰু মানসিক আভিজাত্য আগেয়ে যেনে মোৰ শ্ৰদ্ধাৰ বস্তু আছিল, এতিয়াও তেনে আছে, সম্ভৱ আগলৈকো তেনে থাকিব। সাহিত্যসেৱাৰ আদি ছোৱাত কেবাজনেও মোক মৰম কৰি হাত ধৰি আগবঢ়াই দিছিল, ভগৱতীপ্ৰসাদ যে তাৰ অন্যতম, তাক কোৱাই সৰহৰ ভাগ।

সাহিত্য-সেৱা ল'ৰাৰ ধেমালি বা নিবন্নুৱাৰ বন নহয়, ইযে সাধনাৰ ধন, এই কথাও প্ৰথম বুজোঁ ভগৱতীপ্ৰসাদৰপৰাই। তেওঁলোকৰ উদগণিতে যেতিয়া ভগৱতীপ্ৰসাদক এদিন কথা প্ৰসঙ্গত কৈছিলোঁ—তেওঁৰ কবিতা আৰু প্ৰবন্ধবোৰ 'বাঁহী'ত উলিয়াবলৈ, তেতিয়া তেওঁ কৈছিল, 'মোৰতো সাহিত্যৰ তেনে সাধনা নাই।' অথচ বিনয়ৰ পৰাকাষ্ঠা দেখুৱাবলৈ নহয়, সৰল অন্তৰেৰে মই স্বীকাৰ কৰোঁ, সেই ভগৱতীপ্ৰসাদৰ সাহিত্যসেৱাৰ যোগ্যতা মই আজিলৈকে আৰ্জিবপৰা নাই। ডেকা অসমীয়া সাহিত্যসেৱীসকলৰ মাজত ভগৱতীপ্ৰসাদৰ সমকক্ষ সাহিত্যৰ চৰ্চা আৰু বাতৰি থকা কেইজন আছে, মই ক'ব নোৱাৰোঁ। সেই দেখিহে মনত সদায় এই ভাব হয়, সাহিত্যৰ প্ৰতিভা আৰু প্ৰকৃত সম্বল থকা সকলোলোকেই যে সাহিত্যক্ষেত্ৰলৈ নামে সেইটো নহয়, অনেক সময়ত অধিক প্ৰতিভা আৰু শক্তিসম্পন্ন লোকেও সাহিত্য-নদীৰ পাৰত থাকি, ক্ষীণ শক্তিৰ লোকসকলৰ সাঁতোৰাৰ ধেমালি চায়।

ভগৱতীপ্ৰসাদৰ সমালোচনাত আৰু অধিক মূল্য দিওঁ এই কাৰণে, তেওঁৰ

---

* চিঠিখন ৬৫-৬৭ পৃঃত চাওক।

বিচাৰত বন্ধু-বাৎসল্যৰ প্ৰভাৱ দেখা নাযায়। বহুতদিনৰ মূৰত এদিন তেওঁক লগ পাই কথা-বাৰ্তা হলেও, তেওঁ মোৰ কোনো প্ৰবন্ধ বেয়া পালে, কবলৈ নেৰিছিল, "তোমাৰ লেখনী আজিকালি ঢিলাই দিছানেকি? নে কেৱল সম্পাদকৰ ফৰ্মাছ ৰক্ষা কৰিবলৈ সেইটো লিখিছিলা? অৱশ্যে তেনেকুৱা প্ৰবন্ধ আজিকালি আলোচনীত ওলায়, আন লেখকৰ প্ৰবন্ধ হলে তাক ভালেই বুলিব লাগিলহেঁতেন! কিন্তু তাৰ তলত তোমাৰ নাম গৈ থকাত প্ৰবন্ধটো সেইদৰে শলাগিব নোৱাৰিলোঁ।" কেনে মিঠা গালি; অথচ কেনে ওথ প্ৰশংসাবাদ! যোৱা ১৯৩২ চনৰ বৰদিনৰ বন্ধত ভগৱতীপ্ৰসাদৰ লগত মোৰ শেষ দেখা। কোনে জানিছিল আমাৰ সেয়ে শেষ দেখা হ'ব বুলি। দুয়ো আহিছিলোঁ ভাটী গাড়ীত যোৰহাট-মুৱা হৈ—তেওঁ সোণাৰিৰপৰা মই, শিৱসাগৰৰপৰা। শিমলুগুৰি ষ্টেচনত মোক দেখিয়েই তেওঁ মই যোৱা গাড়ীখনলৈ আহিল। নানা ঘৰুৱা কথা ওলাল—তেতিয়াও যে দুয়ো সংসাৰী। ৰেলে যিমানখিনিলৈকে সময় দিলে দুয়ো কথা পাতিলোঁ—সেইদিনা এৰা-এৰি হোৱাত সঁচাকৈয়ে ছাত্ৰজীৱনৰদৰে এটি দুখ অনুভৱ হৈছিল—তেতিয়াও ভাবিব পাৰিছিলোঁনে যে সেই দুখ চিৰ-বিচ্ছেদৰ! নানা কথাৰ মাজত তেওঁ কৈছিল, "মোৰ ল'ৰাটিৰ গাৰ ভৰ তাৰ বয়সৰ সাধাৰণ চাহাবৰ ল'ৰাতকৈ সৰহ।" সেই সুশ্ৰী দীপ আৰু সোণৰ সংসাৰৰ সকলোকে লৈ আলসুৱা ৰূপত কোঁৱৰ ভগৱতীপ্ৰসাদে চিৰশান্তিৰ কোলাত আশ্ৰয় ল'লে।

ছাত্ৰজীৱন হোৱাৰপৰাই ভগৱতীপ্ৰসাদে পিতৃবিয়োগকে আদি কৰি নানা বিপদকে লগ পাইছিল। মই ধুবুৰীত চাকৰি কৰা কালতে এদিন হঠাৎ তেওঁৰ বিয়াৰ চিঠিখন পাওঁ। নিমন্ত্ৰণী চিঠিৰ লগত আৰু এখন চিঠি "সেইদিনা তোমালোকক তাত নাপালোঁ।"—এনে কিবা এটি লিখিছিল। দুৰ্ভাগ্যক্ৰমে মই যাব নোৱাৰিলোঁ আৰু তেৰোঁ সেইদৰে মোৰ বিয়াত উপস্থিত হ'ব নোৱাৰি এখন টেলিগ্ৰামেৰে বৰ-কন্যা উভয়কে মঙ্গল কামনা জনায়। মোৰ ভাৰ্য্যা সম্বন্ধত তেওঁৰ ভনীয়েক, গতিকে এই নতুন সম্বন্ধই আমাৰ পুৰণি সৌহাৰ্দ্দ্যক নিশ্চয় দৃঢ় কৰিব খুজিছিল। কিন্তু ইমান তাকৰ সময়ৰ ভিতৰতে যে এইদৰে মই তেওঁৰ তৰ্পণ কৰিব লাগিব, ই স্বপ্নৰো অগোচৰ আছিল।

ভগৱতীপ্ৰসাদৰ সেই শোচনীয় মৃত্যুৰ অভাৱনীয় ঘটনাৰ আজি দুবছৰ হৈ

গ'ল, কিন্তু সি এতিয়াও 'wounds bleeding anew'. ভগৱতীপ্রসাদক জনা লোকে সততকাই পাহৰিব নোৱাৰে আৰু স্বৰূপতে তেওঁৰ স্মৃতি পাহৰিব লগা কথা নহয়ো। এনে এজন ডেকাৰ এনে আকস্মিক অভাৱনীয় মৃত্যুত বহলভাৱে অসমীয়াই কি হেৰুৱালে তাৰ কথা নকলেও অসমীয়া সাহিত্যই এই "fair pledges of a fruitful tree"ৰ হানিত কি হেৰুৱালে তাক ভাবি নাচাই নোৱাৰিব। এই সম্পৰ্কত তেওঁৰ সুযোগ্য ভাই স্নেহাস্পদ শ্ৰীমান পাৰ্ব্বতিপ্ৰসাদে, তেওঁৰ লিখাখিনি গোটাই পুথিৰ আকাৰে প্ৰকাশ কৰি অসমীয়া সাহিত্যামোদীসকলক উপহাৰ দিবলৈ যো-জা কৰা বুলি জানি আমি সুখী হৈছোঁ। ই অকল তেওঁৰ কৰ্ত্তব্য-সাধনৰ বাহিৰেও অসমীয়া সাহিত্যলৈ এটি অতি উপাদেয় দান হ'ব বুলি আমি বিশ্বাস কৰোঁ।

ভগৱতীপ্ৰসাদে সদৌ অসমীয়া সাহিত্য সমাজত নিয়মিতৰূপে প্ৰকাশিত হবলৈ নাপালে। (মই, 'মিলন'ৰ সম্পাদক থাকোঁতে তেওঁৰপৰা কেতিয়াবা কিবা বিষয়ে কোনো টোকা আদি নিছিলোঁ, তাত তেওঁৰ নাম প্ৰকাশ কৰিবলৈ তেওঁক কোনোকালে সন্মত কৰাব নোৱাৰিছিলোঁ।) তেনেহলে ভগৱতীপ্ৰসাদক স্বৰূপতে সাহিত্যিক বা কবি বুলি প্ৰকাশ কৰি ক'ব পাৰিনে? এই সন্দেহে অন্ততঃ মোৰ অন্তৰত ঠাই নাপায়। সাহিত্যিক বা কবি বুলি যি ভাষাত এই প্ৰবন্ধ-লেখকৰ নাম ওলাব পাৰে, ভগৱতীপ্ৰসাদৰ নাম যে তাৰ বহুত ওপৰত থাকিব লাগিব, ই সুনিশ্চিত। ছেপা তুলাপাতত তেওঁ তেওঁৰ নামটো জাহিৰ কৰা নাছিল। তাৰ বিৰুদ্ধে ই কোনো কাৰণ হ'ব নোৱাৰে। মোৰ মানত সাহিত্যৰ নামে ভগৱতীপ্ৰসাদে ছেপা তুলাপাতত ক'লা আঁক এটা নমৰা হলেও ভগৱতীপ্ৰসাদ প্ৰকৃত কবি আৰু সাহিত্যিক বুলি বৰ্ত্তমান ভালেখিনি লেখকৰ আগত ঠাইপোৱা উচিত; কিন্তু কোনোৱে যদি অকল এই কথাৰহে সাক্ষী বিচাৰে, আশা কৰো তেওঁৰ সুযোগ্য ভাতৃৰ দ্বাৰা সংগৃহীত ৰচনা-সমূহে সেই কাম কৰিব।

সঁচাকৈয়ে যদি ভগৱতীপ্ৰসাদে অসমীয়া সাহিত্যৰ উন্নতিৰ হকে বিশেষ একো দি যোৱা নাই, তেন্তে সেই দোষ হয়তো তেওঁৰ নহয়, সময় আৰু অৱস্থাৰ গাতে সেই জগৰ, প্ৰকৃত সৃষ্টিমূলক প্ৰতিভাৰ কাৰণে উপযুক্ত ক্ষণ লাগে, তেনে মুকলি বা-বতাহ লাগে। কিন্তু আন নহলেও তেওঁৰ তাকৰীয়া বন্ধু-সমাজৰ ভিতৰত সাহিত্যৰ ওখ আদৰ্শ তেওঁ এৰি গৈছে, সিও অসমীয়া

তাৰাত নিচেই নগণ্য স্থান নহয়। শ্ৰীযুত বেণুধৰ শৰ্মা, শ্ৰীযুত বন্নকান্ত বৰকাকতী আদি অসমীয়া সাহিত্যৰ প্ৰথিতযশা বৰ্ত্তমান লেখকসকল তেওঁৰ সেই বন্ধু-সমাজৰে সমজুৱা। মানুহে বাহিৰে দেখা অকিঞ্চিৎকৰ প্ৰকাশৰ দ্বাৰায় সাধাৰণ লোকৰ সফলতা জোখে, কিন্তু তেনে নোহোৱা ঠাইত অকল আদৰ্শ আৰু ভাবৰ দ্বাৰায়ো তাৰ প্ৰকৃত জোখ লোৱা হ'ব পাৰে। মহাকবি মিল্টনৰ অমোঘ বাক্যেৰে ক'বলৈ গলে :

They also serve who only stand and wait.[১]

॥ ২ ॥

পুৰণি গ্ৰীকসকলৰ অন্ত্যেষ্টিক্ৰিয়া যিদৰে সম্পন্ন কৰা হয়, ঠিক সেইদৰেই ইটালিৰ সাগৰৰ পাৰত এজন ইংৰাজ কবিৰ মৃতদেহ সাগৰৰ বালিৰ মাজৰপৰা উলিয়াই চিতাগ্নিত অৰ্পণ কৰা হৈছিল। সেইজনেই হৈছে ঊনৈশ শতিকাৰ ইংৰাজী সাহিত্যৰ দেৱদূত শ্বেলী! পুৰণি কালৰ গ্ৰীক্ পুৰোহিতসকলৰ দৰে চিতা সজাৰ পিছত তাত সুৰা আৰু সুগন্ধি ঢালিছিল—সেইজনেই লৰ্ড বাইৰন। যিজন কবিয়ে সদায় মানুহক অকল বিদ্ৰূপকে কৰি আহিছিল, সেই দৃশ্যপটৰ মাজত সেই বাইৰনৰো চকু পানীৰে সেমেকি উঠিছিল, আৰু চকুলো লুকাবৰ কাৰণে পগলাৰ দৰে হাঁহিবলৈ ধৰিলে। শ্বেলীৰ দেহৰ অৱশেষৰ ফালে চাই যেতিয়া বাইৰনৰ বুকু ভাগি আহিবলৈ ধৰিছিল, তেতিয়া তেওঁৰ অন্তৰ মথি বাহিৰ হৈছিল "হায়, প্ৰমিথিয়ছ!" পাঁচ-ছদিনৰ মূৰত যেতিয়া পোনতে উপসাগৰৰ বালিত শ্বেলীৰ মৰা শৰটি পোৱা হৈছিল, তেতিয়া গাৰ ওলাই থকাভাগ সাগৰৰ মাছে খাই শেষ কৰিছিল। চোলাৰ মোনাত হাত ভৰাই এটি জেপত শ্বফ্ক্লিছ আৰু আনটি জেপত লৰালৰিকৈ পঢ়ি আকৌ উলিয়াই পঢ়িবলৈ বুলি পাত মেলি ওলোটাই ভৰাই থোৱা কীট্‌ছৰ কবিতা পুথি। এয়ে আছিল শ্বেলীৰ অন্তিম।

ঠিক প্ৰায় সেইদৰেই সিদিনা অন্তিম শয়নত শুলে দিচাংনৈৰ পাৰত অসমীয়া নীৰৱ শ্বেলী ভগৱতীপ্ৰসাদ! সেই প্ৰায় একে বয়স, সেই নিচিনা আভিজাত্যৰ আলসুৱা তৰুণ, সেই সুন্দৰ দেবদূতৰ শ্ৰী, সেই একে কবি-প্ৰাণ, কিন্তু নিজ প্ৰদেশ, আন নালাগে নিজ বন্ধু-বান্ধৱৰ মাজতো অখ্যাত, বাহিৰে অভিজাতৰ

১ "আৱাহন" সপ্তম বছৰ, দ্বিতীয় সংখ্যা।

খোলাটো থাকিলেও অন্তৰত সাম্যবাদৰ শাহ, সমাজৰ উন্নত বিপ্লৱবাদী নহলেও নিশ্চয় সুস্থ সংস্কাৰকামী। সেই অসমীয়া নীবৰ প্ৰেমী আৰু নাই।

শিৱসাগৰৰ ৰাজকীয় উচ্চ বিদ্যালয়ৰ (আজিকালিৰ মতে) পঞ্চম মান শ্ৰেণীৰপৰা এই লিখক ভগৱতীপ্ৰসাদৰ পৰিচিত আৰু সহপাঠী। জ্ঞানৰ ফুলাম বাটত বিশেষকৈ এই লেখকো আছিল সুধীৰ গামী, গতিকে এই শ্ৰেণীত তেওঁক লগ ধৰিলোঁ যদিও, অষ্টম মান শ্ৰেণীত পাছ পৰি আকৌ দুয়ো শ্ৰেণীত এৰা-এৰি হলোঁ। পঞ্চম মান শ্ৰেণীত আমাৰ তেনে কোনো মনত থাকিব লগা কথা নাই। চতুৰ্থ মান শ্ৰেণীত পঢ়োঁতে (১৯১১ খৃঃ) তেতিয়াৰ সেই বিদ্যালয়ৰ সুযোগ্য প্ৰধান শিক্ষক শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰামেশ্বৰ বৰুৱাদেৱৰ উৎসাহ আৰ উদগণিত, মোৰ পৰম শ্ৰদ্ধা আৰু প্ৰীতিভাজন সৰুমোমাইদেউ শ্ৰীযুত থানেশ্বৰ হাজৰিকা (এতিয়া বি. এ., আই. ডি. ডি., থানাপাৰা ডেইৰি মেনেজাৰ) সহপাঠী মৌঃ ফিৰদৌছ আলি (এতিয়া এম্. এ., ছব্-ডেপুটি কলেক্টৰ) আৰু শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা (দেশকৰ্ম্মী আৰু অভিনেতা) আৰু নিজে "ভূমুকি" নামৰ হাতে-লিখা কাকত উলিয়াওঁ (সেই কাকত অলপলৈকে সেই পঢ়াশালিত ভূমুকি মাৰি থকা জানো)। ষষ্ঠ মান শ্ৰেণীত সেই কাকতৰ সংখ্যাত মোৰ দুটি সাধু (চুটি গল্প) ওলায়, কিন্তু নকল কৰোঁতাজনে দুইটা সাধুকে এনেদৰে লিখিলে যে দুইটা মিলি সঁচাকৈয়ে এটা আগগুৰি নোহোৱা প্ৰবন্ধ হৈ পৰিল। প্ৰকৃততে কোনোবাই কাকতখনত এই প্ৰবন্ধৰ দাঁতিত পেঞ্চিলেৰে তেনেদৰে মন্তব্য প্ৰকাশ কৰে আৰু এদিন ভগৱতীপ্ৰসাদে সেই মন্তব্যৰ কথাৰে মোৰ লগত ধেমালি কৰাত তেৱোঁ সাহিত্যত অনুৰাগ থকা এজন ছাত্ৰ বুলি প্ৰথম ভু-পাওঁ। কিন্তু তাতকৈ অধিক একো নাজানো।

সপ্তমমান শ্ৰেণীত (১৯১৪ খৃঃ) আমাৰ ঘনিষ্ঠতা বাঢ়ে আৰু ভগৱতীপ্ৰসাদক আৰু ভালকৈ জানিবলৈ সুযোগ ঘটে। তেতিয়া পঢ়াশালিৰ জহৰ আৰু পূজাৰ বন্ধ দিয়াৰ দিনা শ্ৰেণীয়ে শ্ৰেণীয়ে বিদায় সভা পাতি চাহ-খোৱা মেল আৰু লগতে পদ্য-পাঠ, সঙ্গীত-চৰ্চ্চা আদি কৰা হয়। তাৰবাবে পদ্য আৰু গীত-ৰচনাৰ ভাৰ মোৰ গাত পৰে। ভগৱতীপ্ৰসাদে কেতিয়াবা সেইবোৰ শলগা বুলি যেন মনত পৰে। এটা কথা কিন্তু মোৰ বঢ়িয়াকৈ মনত পৰে। সেই শ্ৰেণীত ৱৰ্ডছৱৰ্থৰ 'দি কাকু' কবিতাটো এদিন অসমীয়ালৈ ভাঙি মই শ্ৰেণীলৈ নিওঁতে ভগৱতীপ্ৰসাদে পাই পঢ়ি মোক কৈছিল—"তোমাৰ কবিতাটো সিমান ভাল হোৱা

নাই। ইয়াতকৈ ভাল এটা অনুবাদ আছে, তোমাক দেখুৱাম বাক।" এই বুলি সেইদিনাই পঢ়াশালিৰ পানীখোৱা ছুটিৰ পিছত তেওঁ পুৰণি "জোনাকী" কাকতৰ হ'বলা কটা পাত এটা আনি মোক দেখুৱালেহি—"আই হেৰ বজিয়াল নতুন আলহী" ইত্যাদি। তেতিয়া 'বাঁহী'ৰ ৰাজত্ব। "জোনাকী", "বিজুলী" কাকতৰ মই নামকে শুনা নাছিলোঁ।

ভগৱতীপ্ৰসাদৰ সাহিত্যিক উত্তৰাধিকাৰ-সূত্ৰত তেওঁ সেইবোৰ জানিছিল —অসমীয়া জনছন ৺হেমচন্দ্ৰ বৰুৱা আৰু ব্ৰনছনৰো বাট দেখাওঁতা ৺ৰাত্নৰাম বৰুৱাৰ বংশধৰ তেওঁ, তেওঁৰ পিতৃদেউতাক ৰায়চাহাব ৺ৰাধিকাপ্ৰসাদ বৰুৱা নিজেও সাহিত্যানুৰাগী লোক আছিল আৰু "জোনাকী" আদি সাময়িক সকলো অসমীয়া কাকত তেওঁলোকৰ ঘৰত অতি যতনেৰে ৰখা হৈছিল। এই সামান্য ঘটনা মোৰ জীৱনত সাহিত্যসেৱাৰ হকে এক প্ৰথম আৰু প্ৰধান প্ৰেৰণা। নিজগৰপৰা দেখাত ভগৱতীপ্ৰসাদৰ সমালোচনা মোৰ বাবে নিৰুৎসাহ, কিন্তু ইয়াতকৈ ডাঙৰ উৎসাহ আৰু উদগণি মই পোৱা নাছিলোঁ। ছপা আখৰৰ সন্মান এতিয়ালৈকে তেতিয়া দহগুণে বেছি আছিল, তেনেকুৱা ছপা হোৱা কবিতাৰ লগত, মোৰ ধেমালিত লিখা সামান্য কবিতা বিজাই মোৰ মনত প্ৰথম তেওঁ সঁচাকৈয়ে আত্মবিশ্বাসৰ বীজ সিঁচিছিল।

সেই বছৰটো মোৰ কাৰণে আৰু কেইবাজনো লগৰীয়াৰ কাৰণে অতি লাগতিয়াল। সেই বছৰতে কি তাৰ আগবছৰতে "ভুমুকি"ৰ উপৰিও আমাৰ অগ্ৰজ-প্ৰতিম শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱে (এতিয়া সু-প্ৰসিদ্ধ বুৰঞ্জী-বিশাৰদ) ভগৱতীপ্ৰসাদেৰে লগ লাগি "জেউতি" উলিয়ায়। সেই সময়তে সু-প্ৰসিদ্ধ কবি-সাহিত্যিক শ্ৰীযুত পদ্মধৰ চলিহা বি.এ. (এতিয়া এম্.এ., বি.এল্.), মোৰ পৰম শ্ৰদ্ধাভাজন শিক্ষাগুৰু শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱা বি.এ (এতিয়া বি.টি.) আৰু সু-প্ৰসিদ্ধ ফুলেশ্বৰী স্কুল-প্ৰতিষ্ঠাতা শ্ৰদ্ধেয় শ্ৰীযুত ৰাধিকানাথ শৰ্ম্মাদেৱ আদিৰ নেতৃত্বত বিদ্যালয় সভা সু-প্ৰতিষ্ঠিত হয়। এই সভাখিনিৰ ষাণ্মাসিক অধিৱেশনত ডাঙৰৰ ৰচনা-প্ৰবন্ধ আদিৰ বাহিৰেও শ্ৰীযুত থানেশ্বৰ মোমাইদেউ আৰু মোৰ দুটা কবিতা পাঠ হয়, তাতো ভগৱতীপ্ৰসাদক লগ পাওঁ। তেতিয়াৰেপৰা ১৯১৮।১৯ চনলৈকে আৰু এইছোৱা কালত ভগৱতীপ্ৰসাদ তাৰ এজন অতি উদ্যোগী কৰ্ম্মী আছিল। গুটিয়াকৈ মই এই সভাৰ আৰু ইয়াৰ প্ৰতিষ্ঠাতাসকলৰ ওচৰত যে কিমান ঋণী, তাক কৈ শেষ কৰিব নোৱাৰোঁ। কিন্তু মোৰ দৰেই

হয়তো শিৱসাগৰৰ সেইকালৰ আৰু অনেক ছাত্ৰ এই সভাৰ ওচৰত ধৰুৱা। অসম-জননীৰ সু-সন্তান ঢাকা বিশ্ববিদ্যালয়ৰ বৰ্ত্তমান পাৰ্চী সাহিত্যৰ প্ৰধান অধ্যাপক ডক্টৰ মফিজুল ইছলাম বৰা এম্.এ., পি.এইচ্.ডি. এই সভাৰে আন এটি গৌৰৱৰস্থ।

১৯১৫ খৃঃ তাৰ আগৰ বছৰতকৈও অধিক। এই বছৰ "বিদ্যালয় সভা" পূৰ্ণ বেগেৰে চলে। হাতে-লিখা কাকত "ভুমুকি", "জেউতি"ৰ বাহিৰেও "পুৱা" প্ৰবীণ উকীল শ্ৰীযুত ৰামকুমাৰ বৰুৱা আৰু শ্ৰীযুত পদ্মধৰ চলিহাদেৱৰ সম্পাদনাত নকৈ ওলায় আৰু "মালতী" নামে শ্ৰীযুত ত্ৰৈলোক্যনাথ বৰুৱাদেৱৰ যত্নতে আন এখনি কাকত আমাৰ শিক্ষকসকলৰ হাতৰপৰা ওলায়। তেতিয়া "ভুমুকি" সম্পাদনৰ ভাৰ প্ৰায় অকলে মোৰ ওপৰত, ইফালে "মালতী" আদি কাকতলৈকো প্ৰবন্ধৰ যোগান ধৰিব লাগে। মই আৰু ভগৱতীপ্ৰসাদ তেতিয়া অষ্টমমান শ্ৰেণীত দুয়ো ওচৰা-উচৰিকৈ বহোঁ। অঙ্কশাস্ত্ৰ আৰু ইংৰাজী সাহিত্য দুইটা বিষয় একেজন শিক্ষকেই পঢ়ায়; আমাৰ মনত অঙ্কশাস্ত্ৰ 'মহাব্যাঘ্ৰী'—ঘৰতো তাৰ ওচৰলৈ যোৱা নহয়েই, শ্ৰেণীতো সেই ঘণ্টাত চেলু বিচাৰি লৈ সাহিত্য-চৰ্চ্চা কৰা হয়। তেতিয়া দিনে অন্ততঃ ২।৩টা কবিতা শ্ৰেণীলৈ লিখি তাৰ আলোচনা চলোৱাটো এটা নিত্য-নৈমিত্তিক কৰ্ম্মৰ ভিতৰত পৰিছিল, আৰু শ্ৰেণীৰ পঢ়াশুনা সেই অনুপাতে বাদ পৰি গৈছিল। এইদৰে প্ৰায় গোটেই বছৰটো কটোৱাৰ পিছত যেতিয়া পঢ়াশালিৰ বছেৰেকীয়া পৰীক্ষাৰ ফলাফল বাহিৰ হ'ল মোৰ ভাগত পৰিল অঙ্কৰ নম্বৰ এশৰ ভিতৰত পোন্ধৰ। ভগৱতীপ্ৰসাদে হয়তো ইয়াতকৈ কেইনম্বৰ মানহে সৰহ পাইছিল। বুৰঞ্জী, অসমীয়া আৰু ইংৰাজী বিষয়ৰ কোনো কোনোটোত প্ৰথম দ্বিতীয় স্থানৰ নম্বৰ পালেও সেইবাৰ মোৰ প্ৰমোচ্চন নপৰিল। ভগৱতীপ্ৰসাদৰ অঙ্ক বিষয়ত শিক্ষকে দায়িত্ব লোৱাত তেওঁ প্ৰমোচ্চন পালে। এইখিনিতে সহপাঠী-স্বৰূপে আমি আকৌ এৰা-এৰি হওঁ; কিন্তু বাহিৰৰ সভা-সমিতি আদিত আমাৰ সহযোগ তেতিয়াও থাকিল।

ভগৱতীপ্ৰসাদে ১৯১৮ খৃঃত আৰু মই তাৰ পিছৰ বছৰত মেট্ৰিকুলেশ্চন পৰীক্ষাত উত্তীৰ্ণ হওঁ। সেই দুবছৰৰ ভিতৰতে তেওঁ সেই শিক্ষকজনৰ সহায়ত অঙ্ক, সংস্কৃত আদি বিষয়বোৰত আশাতীত উন্নতি কৰি মেট্ৰিকুলেশ্চনত বিছ-টকীয়া জলপানী ধৰে। অসমীয়াৰ বাহিৰেও ইংৰাজী সাহিত্যত তেওঁৰ ব্যুৎপত্তি সুন্দৰ আছিল। "জেউতি"ত তেওঁ ভালেখিনি প্ৰবন্ধ আৰু কবিতা লিখিছিল, কিন্তু

অতি তাকৰ ঠাইতেহে তেওঁৰ নাম আছিল। কিন্তু কোনো অতি নিমজ আৰু নিভাজ ৰচনা দেখিলেই সেইটো ভগৱতীপ্ৰসাদৰ বুলিহে জানিছিলোঁ। 'খনিকৰ আৰু প্ৰতিমা' নামৰ এটি কবিতাৰ আৰম্ভটি এতিয়াও মনত আছে—

দিনৰে দিনটো তাতেহে লাগিব
তাতেহে তেওঁৰ মন
ওৰে দিন ধৰি মন-প্ৰাণ ঢালি
সাজিছে প্ৰতিমাখন।

"জেউতি"ৰ বাহিৰে বিমলালয় সভাত মাজে মাজে তেওঁ কিছুমান ৰচনা পঢ়িছিল আৰু সেই সভাৰ সম্পাদক-স্বৰূপে তাৰ কাৰ্য্যবিৱৰণী লিখিছিল। ১৯১৮ চনত মেট্ৰিকুলেশ্যন পৰীক্ষা দি আহি মোৰ বিশেষ অনুৰোধত তেওঁ "ভুমুকি"ৰ এটি বিশেষ সংখ্যা উলিয়ায়। সেই সংখ্যাটি এতিয়া মোৰ হাতত নাই। তাতে মোৰ 'মৰম-ভিখাৰী' কবিতাটি জয়ে-জয়ে ওলায় আৰু তেওঁৰ দুই-তিনটি প্ৰবন্ধৰ মাজত 'শিক্ষা আৰু মাতৃভাষা'নে এনে নামৰ এখনি ভাবুক ৰচনা ওলায়। সেই ৰচনাৰ যুক্তিবোৰ এতিয়াও পাহৰা নাই।

ভগৱতীপ্ৰসাদৰ যেনে সুন্দৰ মুখশ্ৰী, তেনে সুন্দৰ অন্তৰ, তেনে মনোমোহা হাব-ভাব, তেনে লিখা, তেনে ৰচনা আৰু কল্পনা। সেই পঢ়াশলীয়া জীৱনতে তেওঁ যিভাৱে ঐশ্বৰ্য্যৰ চিনাকি দিছিল, এতিয়াও মনত পৰিলে তবধ মানো। অৱশ্যে তেওঁৰ বাহিৰেও আমাৰ সেই অসমীয়া আৰু সহপাঠীসকলৰ ভিতৰত কেবাজনেও সাহিত্যসেৱাত উজ্জ্বল ভৱিষ্যতৰ চিনাকি দিছিল। অৱশ্যে এই প্ৰসঙ্গত শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱৰ বাহিৰে শ্ৰীযুত থানেশ্বৰ মোমাইদেউ, মৌলবী ফিৰদৌছ্ আলি আদি কেবাজনৰো নাম উল্লেখ কৰিব পাৰি। কিন্তু ভগৱতীপ্ৰসাদৰ এনে এটি বৈশিষ্ট্য আছিল যে যিটি ফঁহিয়াই দেখুৱা টান, অথচ তেওঁ আৰু তেওঁৰ লগৰীয়া ৺বিমলাকান্ত বৰুৱা (বি. এ.) দুয়ো সাহিত্যৰ নামত এটি ব্যঙ্গসূচক হাঁহিৰেই সকলোকে, অন্ততঃ এই লেখকক সদায় সম্ভাষণ কৰিছিল—

কবিয়ে কবিতা লিখে দেখিবলৈ ভাল,
অকবিয়ে কিয় তাত কৰে আহুকাল!

অথচ সেই ভগৱতীপ্ৰসাদ আৰু বিমলাকান্তই মোৰ কবিতাৰ প্ৰথম গুণ গলা-গোঁতা—'এড্মাৱাৰাৰ'। পোণতে ছপা কাকতলৈ মোৰ কবিতা পঠাবলৈ কোনো

পাহ নজন্মে। কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়োঁতে মোৰ হাতৰপৰা প্ৰায় বলেৰে 'উপহাৰ' কবিতাটো নিজে নকল কৰি বিমলাকান্তই "বাঁহী"ৰ সম্পাদকলৈ পঠিয়ায়, আৰু সেয়ে যথাসময়ত দশম বছৰৰ দশম সংখ্যা "বাঁহী"ত ঠাই পায়। এই কবিতায়ে মোক প্ৰথমে "বাঁহী" তথা ছপা কাকতৰ লগত চিনাকি কৰি দি মোৰ মনৰ সঙ্কোচ গুচায় আৰু এই কবিতায়ে তেতিয়াৰ "বাঁহী"ৰ অন্যতম গৰাকী, "প্ৰতিমা"ৰ শ্ৰেষ্ঠ খনিকৰ পৰম শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাৰ ওচৰ চপাই দি তেখেতৰ চিৰ-স্নেহভাজন কৰি মোক কৃতাৰ্থ কৰে। মোৰ সামান্য জীৱনত এই দুটি অসামান্য লাভ আৰু সেই লাভ তেওঁলোকৰপৰা পাইছিলোঁ।

এই কবিতাটি "বাঁহী"লৈ পঠাওঁতে মই কটন কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত, বিমলাকান্ত তাৰে তৃতীয় বাৰ্ষিক শ্ৰেণীত আৰু ভগৱতী, স্কটিছ্ চাৰ্চ কলেজৰ তৃতীয় বাৰ্ষিকত। কবিতাটো "বাঁহী"তে দেখি তেওঁৰ আনন্দ চায় কোনে? দুই-এদিনতে ডাকত হঠাৎ ভগৱতীপ্ৰসাদৰ আখৰেৰে এখনি খামৰ চিঠি পাওঁ।*

সাহিত্যৰ একোটা 'এস্পেক্ট' কিমান বিস্তীৰ্ণ, তাৰ ভু পোণতে ভগৱতীপ্ৰসাদৰ-পৰাই পাওঁ বুলি মই নকৈ নোৱাৰোঁ। কবিতা বনফুলৰ দৰে এটা স্বাভাৱিক শক্তিৰ বিকাশ বুলিয়েই মই এতিয়ালৈকে বুজি আছিলোঁ, সি যে এটা কলা-বিদ্যা, তাৰ যে উৎকৰ্ষ লাগে সেই ধাৰণা তেওঁৰ সংস্পৰ্শত নহালৈকে বুজা নাছিলোঁ। মোৰ কবিতাৰ লগত তেওঁৰ আত্মীয়তা অধিক থকাৰ কাৰণেই প্ৰকাশিত কবিতা 'উপহাৰ' প্ৰথমনে তাৰ আগতে কোনো কবিতা ছপা হৈছিল, তেওঁৰ সন্দেহ উপস্থিত হৈছিল। ১৯১৮ চনতে এজন শ্ৰদ্ধেয় সাহিত্যিকে মোৰ সেই বয়সৰ কবিতাখিনি ছপাবলৈ বুলি মোৰপৰা খুজি নিছিল আৰু প্ৰেছলৈকে পঠাইছিল হেনো। কিন্তু সেই আম যে নাহিলেই কৰ্ম্মটিও ক'ৰ ডালত লাগি থাকিল ক'ব নোৱাৰোঁ, আজিলৈকে সেই হাতে লিখা কবিতাৰ বহীটো নাপালোঁ। এই কিতাপখন ওলোৱা চাবলৈকে তেওঁ হেঁপাহ কৰি আছিল। তেওঁৰ এই চিঠি পোৱা এবছৰ সময়ৰ ভিতৰতে যেতিয়া কলেজৰ সহপাঠী সুযোগ্য বন্ধু, বৰ্ত্তমান সুদীৰ্ঘকাল বিলাত-প্ৰবসুৱা শ্ৰীযুত শুকদেৱ গোস্বামীদেৱে গুৱাহাটী নিউপ্ৰেছৰ পাতনি কালতে "মালিকা" নামৰ মোৰ শোক-কবিতা এটি পুথিৰ আকাৰে ছপাই উলিয়ালে, যেতিয়া তাৰ এখন ভগৱতীপ্ৰসাদলৈ পঠাই দিলোঁ।—ধাৰৰ বাঢ়ি বুলি

---

* চিঠিখন ৬৭ পৃঃত চাওক।

অর্থাৎ যাই কবিতাখিনি তেতিয়াও ওলোৱা নাছিল যাবে। তেওঁ সেই সময়ত বি. এ. পৰীক্ষাৰ নিমিত্তে সাজু হৈছে। তাৰ ভিতৰতে সময় উলিয়াই তেওঁ মোলৈ সেই কিতাপৰ বিষয়ে লিখিছিল।*

মোৰ দুৰ্ভাগ্য "মালিকা"ৰ বিষয়ে আৰু মতামত জানিবলৈ নাপালোঁ। বি. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ কিছু দিনৰ পিছতে তেওঁৰ পিতৃদেউতাক স্বৰ্গী হয় আৰু পৰিয়ালৰ যৰগুতেক বুলি তেওঁৰ মূৰৰ ওপৰতেই সেই সংসাৰ আৰু অভয়পুৰ মৌজাৰ নিচিনা এটা ডাঙৰ মৌজাৰ ভাৰ পৰে। তেওঁৰ ৰুচিৰ লগত খাপ খোৱা নহলেও তেওঁ হাঁহিমুখে এই ভাৰ বৈছিল আৰু দুই-এটি দেশহিতকৰ কাৰ্য্যত হাত দিছিল। ১৯২৩ কি ২৪ চনত এবাৰ মই তেওঁলোকৰ সোণাৰিৰ ঘৰ ওলাওঁগৈ আৰু প্ৰায় ৫।৬ ঘণ্টামান থাকি ভাটীমুৱা ৰেলত শিৱসাগৰলৈ উলটো। সেইদিনা তেওঁ ঘৰুৱা কামৰ হেঠাত অন্যমনস্ক আছিল আৰু আমি মন মুকলিকৈ কথা-বাৰ্ত্তা হবলৈ নাপালোঁ। সেই সময়তে কানীয়া-বিলাকক কানিৰ পট্টা দিবলৈ হুকুম হোৱাত মৌজায় মৌজায় কানি-পিয়ল হয়।— সাহিত্যৰ বিষয়ক কথা ওলাওঁতে হাঁহি মাৰি কৈছিল, "মই কানীয়াৰ সাহিত্য লৈ ব্যস্ত।" তাৰ পিছত বহুত দিনলৈ তেওঁক লগ পোৱা নাছিলোঁ।

সমাজত বা সৰহীয়া মানুহৰ মাজত বিশেষ কথা কবলৈ ভগৱতীপ্ৰসাদে ভাল নাপাইছিল, কিন্তু দুজন বা তিনিজনৰ ভিতৰত কথা কওঁতে সদায় জিনিব পাৰিছিল—গাৰ বলেৰে নহয়, বাতৰি আৰু যুক্তিৰে বলেৰে। তৰ্কশাস্ত্ৰী মহাব্যাঘ্ৰী। তৰ্কেৰে অতি তাকৰ মানুহেইহে তাকৰ মানুহৰ অপ্ৰিয়ভাজন নোহোৱাকৈ ৰ'ব পাৰিছে। ভগৱতীপ্ৰসাদৰ সৈতেও হয়তো কেতিয়াবা, সিমান নহলেও কোনো কথাত সৰু-সুৰা তৰ্ক হৈছিল, কিন্তু তাৰ ফলত আমাৰ স্থায়ী মনোমালিন্যৰ সৃষ্টি হোৱা নাছিল। তেওঁৰ বহল বিচাৰ, সূক্ষ্ম যুক্তি, তেওঁৰ মিঠামুখৰ হাঁহিটিৰে লগ লাগি তৰ্কৰ তিতাক সদায় পৰাস্ত কৰিছিল।

ভগৱতীপ্ৰসাদ আছিল ৰবীন্দ্ৰ-ভক্ত—এই ভক্তি-প্ৰশংসাৰ মাত্ৰা ইমান বাঢ়িছিল যে ৰবীন্দ্ৰনাথৰ হাতৰ আখৰ পৰ্য্যন্ত—এওঁলোকৰ ঘৰত প্ৰায় নিজা কৰি লোৱা হৈছিল। ১৯১৯ চনত আমি গুৱাহাটীত প্ৰথম ৰবীন্দ্ৰনাথক দেখোঁ, সেই বছৰেই তেজপুৰ অধিবেশন অসম ছাত্ৰ সম্মিলনৰ সভাপতি হৈ

* চিঠিখন ৬৭ পৃঃত চাওক।

অহা চাৰ প্ৰফুল্লচন্দ্ৰ ৰায়কো দেখা পাওঁ। ভাৰতৰ এই দুটি উজ্জ্বল নক্ষত্ৰৰ নিজ নিজ বিশেষত্ব আছে; কিন্তু যি কাৰণেই হওক, প্ৰফুল্লচন্দ্ৰৰ আচৰণৰ যি বিমল শিশুসুলভ কমনীয়তা আৰু উদাৰতাই আমাৰ বহুতক বিশেষকৈ আকৰ্ষণ কৰিছিল, ৰবীন্দ্ৰনাথৰ আভিজাত্য আৰু আড়ম্বৰৰ বিৰুদ্ধে মোৰ যুদ্ধঘোষণা। ভগৱতীপ্ৰসাদৰ সংস্পৰ্শতে ৰবীন্দ্ৰ-সাহিত্যৰ সোৱাদ পাওঁ, কিন্তু ৰবীন্দ্ৰ দৰ্শনত সেই শ্ৰদ্ধা বিশেষ নাবাঢ়িল।[1]

১ সপ্তম বছৰৰ 'আৱাহন'ত প্ৰকাশিত।

## BHAGAVATIPRASAD BARUVA, A FLOWER SMOTHERED BEFORE BLUSHING

**Maheswar Neog**

The 14th of October 1933 sent almost all Assam weeping with a tragic incident waylaying the night of that day, which saw a bright promising flower of youth trampled to death by some Unseen Power—for what else can we call it, even without being a fatalist or a determinist, when that fine youngman, Bhagavatiprasad Baruva, with his small family of his wife, a lisping child, a sister and a maid servant, had the watery bier is such a small river as the Disang? There was no bridge over the river then; but a veritable 'bridge of sighs' was created that very fine October evening when these four innocent souls had to meet with death in all unpreparedness. They and Bhagavatiprasad's younger brother, Parvatiprasad, were proceeding in a motor car to the Sibsagar town to attend a dramatic performance at the Sibsagar Natya Samaj theatre, which was later to build a revolving stage, the only one so far in the State, to be named after Bhagavatiprasad. They never foresaw that they would be confronted with the impasse of the Fifth Act of a Shakespearean tragedy, that was destined to bring a deeply tragic note to the lines of Parvatiprasad, already one of the foremost lyric writers and composers of Assam. Poets like Ratnakanta Barkakati and Sailadhar Rajkhowa were deeply stirred at heart by the incident, and came out with touching elegies; and prose-writers like Benudhar Sharma and Dimbeswar Neog gave the public parts of memorable reminiscences of their association with Bhagavatiprasad. His mother, Himala Baruvani, poured out her melting heart in verses. A large and deep shadow was thus cast over Assam's literary domain.

### *Yet to be*

But Bhagavatiprasad could scarcely be called a writer or a poet yet, for he only held out the promise to produce some-

thing that his countrymen would not willingly let die. All the same, it was generally agreed that his literary powers were large and aesthetic taste fine and catholic; and even his writer friends had sometimes to stoop to his justificably unfavourable remarks. His creative potentialities being acknowledged in all quarters, his friends often tried to tease him to production. He himself was heard to say that he would produce a piece of work that would not be big of size but must be of lasting value. Very few of his writings have been seen in print. We have to make a judgement of his merits from the small number of writings prose and verse, somehow saved from oblivion, as well as some fine specimens of epistolary prose preserved by his loving friends in letters written to them. Attempts are now being made to bring all these under one printed cover. From his writings so far discovered we find that his view of life was all sunshine and that his language was that of strength and beauty both at a time.

### *A Cultured Family*

Bhagavatiprasad was born to a cultured and well-to-do family that had made its mark in the history of independent Assam. The history of this family can be traced back to Bhagavatiprasad's great-grandfather's great-grandfather, Bijay, a scion of a proud Barabhuyan chiefs' line. Bijay's grandson, Krishnadas (died 1848 A.D.), left the Barabhuyans' original kingdom in modern North Lakhimpur when everybody in the family was swept away by an outbreak of cholera following upon that great 'intestinal commotion' in the old Ahom State of Assam known in the form of the rebellion of the Mayamariya Vaishnavas, and migrated to, and settles in, the capital at Jorhat. There he rose like a meteor on the official ladder to be the king's Barbhandar Baruva and was given the rank of nobility in the Tamuli Chetiya establishment. Those were very intriguing times following the Mayamariya rebellion and paving the way for the incursions of the Burmese. Krishnadas proved himself close to he monarch, Chandrakanta Simha, and was rewarded equal to the situation, and as a loyalist officer he always kept with land grants in different places.

Krishnadasa's second son, Jaduram Dekabaruva (1801-70), Munsiff and Sadar-Amin under the new British regime and "a

very intelligent, zealous and honest Native Judge" (to quote from Lt. Col. James Matthie) was the first to have compiled a good dictionary of the Assamese language (1839), which passed through the hands of a higher official to that of the Baptists, and inspired, and served as a model, to the first printed dictionary by Rev. Miles Bronson. This is in a way admitted by Bronson in his Preface : "The system of orthography adopted in this work is that of Jaduram Baruva, a learned Assamese pundit... ." Jaduram also wrote occasionally in the Pioneer Bengali Journals, *Samachar-chandrika* and *Samachar-darpan.*

Jaduram's second son, Durgaprasad, became the Mauzadar of the Abhaypur near Sibsagar. He helped the retaliatory measures taken by the Government after Col. Holcombe (of the Survey of India) and eighty other people were massacred one night by some Wanchoes. Durgaprasad's first son, Radhikaprasad a Mauzadar and for some time member of the Assam Council, was a man of independent spirit and action. He was a writer in his own way. He married Himala, the great teaplanter Sivaprasad Baruva's sister, and had four sons, Bhagavatiprasad, Parvatiprasad, Kamakhyaprasad and Mokshadaprasad.

### *Bhagavatiprasad's Talents and Personality*

Bhagavatiprasad was a benign personality, a man of culture and rare literary taste, who is felt in the field of Assamese literature more by his absence than by his presence, more by association and critical assessments privately offered to his literary friends than by any palpable literary contributions. We have already seen how he himself became the subject for some writers by his death under tragic circumstances. His literary taste was first nurtured in the Bimalalaya Sabha of Sibsagar and later in the pages of the Cotton College magazine, *Seuti.* In between them he made a mark by winning the Auniati Goswami gold medal, 1917, in an Assamese essay-competition among candidates for the Matriculation Examination. Like the great Johnson in English literature, he was surrounded by a number of then budding litteratteurs, wherever he was, whether in Sibsagar, or Gauhati, or Calcutta. In Calcutta he was automatically drawn by his own taste into the inner society of student writers, among whom were some future great writers of Bengal and

Assam like Sajanaikanta Das of *Sanibarer Chithi*, Gopal Haldar of *Parichay* and Lakshmidhar Sarma. This informal society was formed amonig the senior students of Scottish Churches College living in Ogilvie Hostel, which has been celebrated by Sajanikanta in his *Atmasmriti*. In a communication to us Haldar writes to say how Bhagavatiprasad of Apollo-like effulgence, outwardly shy and reserved, entered that magic circle. His shyness and reserve did not stand on his way to participation in the intimate discussions on various topics of literature and culture. Haldar admits that while other members sometimes outdid themselves, Bhagavatiprasad's cultured reticence always kept him within bounds. Rabindranath was one of his first loves, and he cherished that love till the last. His copy of the *Gitanjali* had to go to the bookbinder time and again because of constant use. He even tried to imitate Rabindranath's caligraphic style and that also very successfully. Even at that tender age he gave bold talks on Tagore to such budding literary geniuses of Bengal as Sajanikanta. Mention has already been made of the limited pieces of writings of Bhagavatiprasad. The most lovable among them are his epistles to his friends and relations, which betray a lofty aesthetic judgmentor a fine outlook on life. These speak of his potentialities and leave us weeping over his sad demise.

### *Bhagavatiprasad Baruva Bhavan*

Asam Sahitya Sabha has long been aspiring to have a home of its own in Gauhati. Formal resolutions were passed in meetings; but for many reasons no effective steps could be taken earlier to acquire a suitable plot of land in a central place in the city or to collect funds for the purpose. On the 18th of May 1961 the Sabha approached the local Government for a gift of land, and on the 8th of January, 1962, the Chief Minister, Chaliha, issued final orders allotting the entire plot of Dag 3176 to the south of the Dighali-pukhuri left after one earlier allotment. This site is centrally situated and comes in the same line as the Kamarupa Anusandhan Samiti, the Assam State Museum, the Gauhati District Library and the now springing up Rabindra Bhavan. On the 22nd of August 1961 the Sabha approached the Government of India through the State Govern-

ment for a grant of fund under the scheme of building grants for cultural organisations. After some initial reluctance the Central Government agreed on the 23rd of March 1962 to pay a sum of Rs. 26,800 according to the first plans. In the meantime Shri Parvatiprasad Baruva made a promise on the 19th of February 1962 to make a donation of Rs. 50,000 towards the building of the Sabha's Gauhati Bhavan to be named after his much beloved brother, Bhagavatiprasad, who along with his father was associated with the inception of Asam Sahitya Sabha at Sibsagar in 1917. On the 26th February 1962 there came another laudable promise of Rs. 20,000 for the construction of the Sabha's Research Library, this time from no less a person than Shri Raghunath Chaudhari Kaviratna, one of the foremost poets of Assam and one of the Sabha's ex-Presidents. These two munificent donations inspired the Sabha to make a direct appeal to Professor Humayun Kabir, India's Minister of Scientific Research and Cultural Affairs, to enhance the grant to the normal maximum, that is, Rs. 50,000. He was kind to write to us on the 4th of June 1962 intimating the Government of India's consent to pay this amount as assistance in building the Sabha's house at Gauhati.

The Sabha has taken possession of the land donated by the Government of Assam and finalised the building plans and estimates; and the Building Committee is now ready to take up its work. On the 7th of April next Shri Vishnu Sahay, Governor of Assam, will formally install the foundation stone of the proposed Bhagavatiprasad Baruva Bhavan.

1. The Assam Tribune, Sunday, April 7, 1962

# ভাগবতীপ্রসাদ স্মরণে

## গোপাল হালদার

অসম ভ্রাতা ও ভগিনীগণ,

অসম সাহিত্য সভার এই শুভ-অনুষ্ঠানে আপনাদের আমন্ত্রণ-পত্র পেয়ে বিশেষ সম্মানিত হলাম। আমার আন্তরিক ধন্যবাদ ও শুভেচ্ছা আপনারা গ্রহণ করুন। সম্ভব হলে নিশ্চয়ই এই শুভদিনে আপনাদের সঙ্গে সম্মিলিত হয়ে ধন্য হতাম। বিশেষতঃ, যখন ভবনের নামকরণ করছেন আমার প্রিয় সুহৃৎ ও সহপাঠি স্বর্গীয় ভগবতীপ্রসাদ বড়ুয়ার নামে।

সে আজ প্রায় ৪৫ বৎসর পূর্বেকার কথা। ১৯১৮ সালে আমাদের প্রথম পরিচয়। দু'জনাই আমরা একই স্কটিশ চার্চেস্ কলেজের ছাত্র, কলেজের একই ছাত্রাবাসের ( ওগিল্‌ভী হষ্টেল ) অধিবাসী। তার ওপর আমাদের অধীতব্য বিষয়ও ছিল এক। আর থাকতামও আবার ছাত্রাবাসের চারতলায়। ভগবতীবাবু ও গিরীনবাবু দু'জন অসমীয়া সহপাঠী ছিলেন এক গৃহে। আমি থাকতাম কাছা-কাছি স্বতন্ত্র এক ঘরে। ঐ হষ্টেলেই কিছুপূর্বে সহকারী পরিচালক ছিলেন অসমীয়া কবি যতীন দুওআরা মহাশয়—সাহিত্যানুরাগের জন্য তাঁর সঙ্গে আমার দাদা অধ্যাপক রঙ্গীন হালদারের ( পাটনা ) সৌহার্দ্য ছিল। না দেখলেও আমি তাঁর নাম তখনই জানতাম। পরে কলকাতায় যতীনবাবুর সঙ্গে দেখা হলে আমি তাঁর কাছ থেকে অগ্রজের স্নেহও লাভ করেছি। সম্ভবতঃ যতীনবাবুর পরামর্শেই ভগবতীবাবু ও গিরীনবাবু এই হষ্টেলে বাস স্থির করে থাক্‌বেন। অনবদ্য ছিল এখানকার ব্যবস্থা। অসম সাহিত্যের ইতিহাসে ওগিল্‌ভী হষ্টেল স্থান পাবে কিনা জানি না। বাংলা সাহিত্যে কিন্তু ওগিল্‌ভী হষ্টেল-এর উল্লেখ থেকে যাবে আমাদের স্বর্গত বন্ধু সজনীকান্ত দাসের "আত্মস্মৃতি"র জন্য। সজনীকান্তও আমাদের সহপাঠী ও সতীর্থ ছিলেন। কিন্তু তিনি এ কলেজ ও এ হষ্টেলে যোগদান করেছিলেন দু' বৎসর পরে; আর তিনি ছিলেন বি. এস্-সির ছাত্র। তার পূর্বেই ভগবতীবাবুর সঙ্গে আমার

পরিচয় সৌহার্দ্যে পরিণত হয়েছে। সজনী এসে, তাঁর স্বভাবগুণে এই গোষ্ঠীটিকে আরও জমিয়ে তুলেছিলেন।

ওগিল্‌ভী হস্টেল ছোট হস্টেল—মাত্র ৫২টি ছাত্রের বাস। কারও সঙ্গে কারও সেখানে তাই পরিচয় না হওয়াই অসম্ভব। ভগবতী বাবুর সঙ্গে সেই পরিচয় কিন্তু সৌহার্দ্যে পৌছতে একটু দেরী হয়। একসঙ্গে কলেজে যেতাম, ক্লাসের শেষ সহপাঠীরা অনেকেই একসঙ্গে হস্টেলে ফিরতামও। তারপরে ভোজনগৃহে ও খেলা-ধুলায়ও আমাদের দেখা-সাক্ষাৎ থাকত অব্যাহত। অদর্শন ঘটত একমাত্র সকাল সন্ধ্যায় নিজ নিজ গৃহে পাঠাভ্যাসের সময়টিতে। তা আর কতটুকু? ভগবতী বাবুর সঙ্গে ঘনিষ্ঠ পরিচয়ে একটু তবু বাধা ছিল। প্রথমতঃ, কলকাতায় ও কলেজ জীবনে আমি নবাগত, ভগবতী বাবুও তাই। হয়তো তাঁর পক্ষে অবস্থাটাকে সম্পূর্ণ আয়ত্ত করতে আরও একটু বাধা হোত—চল্‌তি বাঙলায় কথাবার্তা স্বচ্ছন্দ ভাবে বলতে পারেন কিনা, সে সম্বন্ধে তাঁর মতো সূক্ষ্ম রুচির মানুষের পক্ষে সংশয় থাকা আশ্চর্য নয়। অবশ্য ছাত্রাবাসের স্বতঃস্ফূর্ত প্রাণস্পর্শে তা দু'দিনেই দূর হয়ে গিয়েছিল। তারপরেও রয়ে গেল যে একটু বাধা তা ভগবতীপ্রসাদের স্বাভাবিক shyness বা সংকোচ। এই সংকোচেরও একটু বৈশিষ্ট্য ছিল, তাতেই ভগবতী বাবুর বরং পরিচয় ফুটে উঠ্‌ত। তিনি ছিলেন সুশ্রী ও প্রিয়দর্শন। সলজ্জ মুখে লেগে থাকৃত স্মিত সুন্দর হাসি, চোখে সৌহার্দ্যের প্রসন্ন দৃষ্টি। সংকোচবশে একমাত্র তিনিই কথা বলতেন কম, কিন্তু বলতেন মৃদুস্বরে, মিষ্ট সম্ভাষণে। সংকোচজাত গাম্ভীর্য বা আড়ষ্ট চাহনি তাঁর ছিল না—তাই কাউকে এই সংকোচ দূরে রাখত না। বরং মিষ্টি কথায় ও মিষ্টি আচরণে অন্যেরা আকৃষ্টই হোত। তা সত্ত্বেও সৌহার্দ্য জমে উঠতে যা দেরী, সে দেরীর কারণ তাঁর সূক্ষ্ম রুচি, শালীনতাবোধ, পরিমিতি-জ্ঞান। অর্থাৎ নতুন পরিবেশে এই সাহিত্য-রসিকের আন্তরিক সৌন্দর্য-বোধ—এইটিই সে দেরীর কারণ।

এই সাহিত্যানুরাগই আবার সেই প্রিয়ভাষী সতীর্থকে আমার মতো কারও কারও নিকটতর করে তুল্‌ল। হস্টেলের ক্ষুদ্র গ্রন্থাগারে রাত্রির আহারান্তে বই খোঁজা ও বই দেওয়া-নেওয়ার সূত্রে বন্ধুত্বলাভ করতে বেশি দেরী হল না। কারণ, সে বন্ধুত্ব মুখের কথা দিয়ে আমাদের রচনা করবার পূর্বেই তা রচনা করে দিয়েছিলেন একদিকে বার্নার্ড-স, গল্‌স্‌ওয়ার্দি, আনাতোল ফ্রাঁস, রলাঁ,

ওঁ

শান্তিনিকেতন

সবিনয় নিবেদন

আমার সাহিত্যগ্রন্থ হইতে
কয়েকটি রচনা অসমীয়া ভাষায় অনুবাদ
করিতে ইচ্ছা করিয়াছেন ইহাতে আমার
আপত্তি নাই। আমার গ্রন্থগুলির স্বত্ব
বিশ্বভারতীর, আশা করি, সম্মতির মূল্য
স্বরূপে বিশ্বভারতীতে কিছু সাহায্য দান
করিবেন। ইতি ২ অক্টোবর ১৯২৮

শ্রীরবীন্দ্রনাথ ঠাকুর

সত্যব্ৰতী বৰুৱালৈ বিশ্বকবিয়ে দিয়া চিঠি

সর্বভূতং তদহং বন্দে পরং জ্যোতিস্তমোপহম্।
[illegible] মনুষ্যত্ব-দেবী সর্বভাষা সরস্বতী॥

পৃথিবী-দুহিতেয়ং তথা প্রাগ্জ্যোতিষোদ্ভবা।
[illegible] কামরূপিণী সদা সত্যং শ্রেয়সে নৃণাম্॥
[illegible] অসম সাহিত্য সংস্কৃতি পরিবর্ধিনী।
[illegible] সদা মুদা॥

শ্রীসুনীতিকুমার চট্টোপাধ্যায়

২২।৩।৮০ [illegible]

অসম সাহিত্য সভাৰ গুৱাহাটীৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ
আধাৰ শিলাত খোদাই কৰিবৰ বাবে
ভাষাচাৰ্য ড০ সুনীতিকুমাৰ চট্টোপাধ্যায়ে ৰচনা কৰা শ্লোক
[ড০ চট্টোপাধ্যায়ৰ স্বহস্তলিপি]

চেখভ, তলস্তয়, দস্তয়ভস্কি, অন্যদিকে রবীন্দ্রনাথ-শরৎচন্দ্র প্রমুখ আমাদের আপন দেশের সাহিত্য-গুরুরা। দেখলাম—ভগবতীপ্রসাদের নিকটেও রবীন্দ্রনাথ পরমাত্মীয়। এই অমরকুলের গ্রথিত বন্ধন শুধু অচ্ছেদ্য নয়; তা অমৃতময়। তা'ই আমাদের লাভ হল। এই গ্রন্থাগারের গ্রন্থ-নির্বাচন ও গ্রন্থ-ক্রয়ের ভার অনেকটা আমার উপর এসে যাচ্ছিল। সঙ্গে সঙ্গে সাহিত্য-রসিক বন্ধুটির সঙ্গে আলাপ-আলোচনার সুযোগও বৃদ্ধি পাচ্ছিল। তা আরও বৃদ্ধি পেল হস্টেলের হাতে-লেখা ম্যাগাজিনের মারফত। বৎসরে দু'-একখণ্ড করে তা তৈয়ারী হয়। সে উপলক্ষে উৎসাহীদের হয়ে ভগবতীবাবুকে লিখবার জন্য ধরেছি। কিন্তু সত্যই কিছু লেখাতে পেরেছি কিনা, তা ম্যাগাজিনের এখানকার রক্ষাকর্তারা বলতে পারেন। আমি অবশ্য একসময় তার সম্পাদকও হয়েছিলাম। দুঃসাহস সে বয়সে কম থাকে না; তাই বাঙলা ছেড়ে তাতে ইংরাজীতেও কলম চালনা করতে বাধেনি। ভাষার ভুল-ভ্রান্তি, ভাবের অপরিণত আতিশয্য—কে করে তার পরোয়া? কিন্তু যতদূর মনে পরে ভগবতীপ্রসাদের মাত্রাজ্ঞান সাহিত্য-বোধ ওরূপ দুষ্কর্মে তাঁকে এগিয়ে দিত না। সংযত বুদ্ধি ও সাহিত্যবোধ তখনও ছিল তাঁর আপন বৈশিষ্ট্য।

চার বৎসর পরে ইং ১৯২২ সালে আমরা বি. এ. পাশ করে সেই ছাত্রাবাস ত্যাগ করি। তারপরে কালের নিয়মে নানাজন নানাদিকে ছিট্‌কে পরেছি। কে কোথায়, ভাল করে তার খোঁজও রাখতে পারিনি। বহু ঝড়-ঝাপটায় শেষে প্রথম যখন আমি অসম রাজ্যে পদার্পণ করলাম—সে প্রায় দশ বৎসর পূর্বে—গৌহাটিতে তখন খোঁজ করেছিলাম আমাদের অসমীয়া সতীর্থদের। শুনে চমকিত হলাম ভগবতীপ্রসাদ বড়ুয়া নেই, লক্ষ্মীধর শর্মা নেই। কখন তাঁরা চলে গিয়েছেন আমার জানাও সম্ভব ছিল না; কারণ আমি ছিলাম কারান্তরালে ও বন্দিনিবাসে।

সুদীর্ঘকাল পরে, আজ যখন জানলাম সেই স্বর্গীয় সুহৃৎ ভগবতীপ্রসাদ বড়ুয়ার স্মৃতিকে তাঁর অসমের বন্ধুরা চিরজীবী করতে যাচ্ছেন এ পবিত্র আয়োজনে, আর অদর্শনের পরেও ভগবতীপ্রসাদের দিনলিপিতে আমাদের সেদিনের স্মৃতি অসম ভাষায় রক্ষিত হয়ে আছে, তখন হারানো বন্ধুদের জন্য যেমন দীর্ঘশ্বাস পড়ল, তেমনই তাঁদেরই প্রায় শেষ একজন বলে একটু গৌরব-বোধও করলাম—ভগবতীপ্রসাদওতো আমাদেরই একজন ছিলেন। আর

গৌরববোধ করলাম এই আবাল্য পরিপুষ্ট বিশ্বাসে—ভারতের সকল জাতির ভাষার সঙ্গে অসম ভাষা ও অসম সাহিত্য সৃষ্টি-সৌন্দর্যে বিকশিত হয়ে উঠলেই আমাদের এই মহাজাতির সংস্কৃতি শতদলের মতো দলের পর দল মেলে দিয়ে পরিপূর্ণ ভারত সংস্কৃতি-রূপে বিকশিত হয়ে উঠবে। অগ্রসর হোক্ অসম সাহিত্য।

অসমের ভাই-বোনেরা, আপনাদের উদ্দেশ্যে এই বাঙালী ভ্রাতার—এই শুভেচ্ছা ও নমস্কার গ্রহণ করুন। ইতি ২৭শে মার্চ, ১৯৬৩ ইং।[১]

শুভানুধ্যায়ী

গোপাল হালদার

১ ৭ এপ্রিল ১৯৬৩ তাৰিখে পূৰা ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ শাই-খুঁটা পোতা উছৱলৈ নিমন্ত্ৰণ কৰা আৰু সতীৰ্থ ভগৱতীপ্ৰসাদৰ বিষয়ে দুআষাৰ লিখি পঠাবলৈ অনুৰোধ কৰা সভাৰ প্ৰধান সম্পাদক মহেশ্বৰ নেওগৰ চিঠিৰ উত্তৰত গোপাল হালদাৰে এই ভাষণটি পঠায়। নেওগলৈ দিয়া ইংৰাজী চিঠিৰ শেষ অংশ: Allow me to congratulate you and the Asamiya speaking friends on this occasion. I have always desired the fullest—and quickest too—development of all our Indian languages and literatures to make our multi-national Indian Mahajati flower into a full cultural life in all her glory and richness. Let Asamiya grow from strength to strength in beauty and creative achievements.

## শিৱসাগৰত সাংঘাতিক মটৰ দুৰ্ঘটনা

বাতৰি, ১১ কাতি ১৮৫৫ শক, শনিবাৰ

যোৱা ১৪।১০।৩৩ তাৰিখে নিশা শিৱসাগৰ নাট্যসমাজে কৰা "কনৌজ কুঁৱৰী" অভিনয় চাই পিচদিনা যোৰহাটলৈ যোৱাৰ উদ্দেশ্যে অভয়পুৰ মৌজাৰ মৌজাদাৰ ভগৱতীপ্ৰসাদ বৰুৱা ( বয়স ৩২ বছৰ ) আবেলি মটৰ যোগে তেওঁৰ সোণাৰিৰ ঘৰৰপৰা শিৱসাগৰলৈ যাত্ৰা কৰিছিল। তেওঁৰ সহধৰ্ম্মিণী সত্যৱতী বৰুৱা, তেওঁৰ ১॥ বছৰৰ কেঁচুৱা পুতেকটি, ভনীয়েক আইমানুহ, এজনী চাকৰণী ছোৱালী আৰু ভায়েক শ্ৰীমান মোক্ষদাপ্ৰসাদ বৰুৱাকো সেই গাড়ীতে লৈ আহিছিল। শিৱসাগৰ টাউন পাই ড্ৰাইভাৰটোক আৰু ভায়েকক নমুৱাই থৈ তেওঁৰ ভায়েক শ্ৰীযুত পাৰ্ব্বতিপ্ৰসাদ বৰুৱা বি. এ.ৰ ৰজাবাৰী বাগিছাৰ বঙলাত ভাত-পানী খাই আহিবলৈ বুলি এই দুৰ্ভগীয়া পৰিয়ালটি দিচাং ঘাটৰ ফালে বাওনা হ'ল। ৰাতি ৯ বাজি ১৫ মিনিটমান যোৱাত তেওঁবিলাক এটাইখিনি ঘূৰি আহি দিচাং ঘাট পায়হি। শ্ৰীযুত পাৰ্ব্বতিপ্ৰসাদ বৰুৱাই মটৰ চলাই আহিছিল। ঘাটৰ চালামি বৰ ঠিয় আৰু চুটি থকাৰ কাৰণে আৰু যোগান নিদিয়াও আৰু নাৱত নঙলা নথকাৰ কাৰণে ব্ৰেক ধৰা সত্ত্বেও মটৰখন নাৱত নবৈ নাৱৰ দাঁতিত ঠাল মেলি থকা দি থকা দলং দুখন পাৰ হৈ নৈৰ বুকুত পৰিলগৈ। পানীত পৰাত জন-চেৰেকৰ চিঞৰ-বাখৰ লাগিল। শ্ৰীযুত পাৰ্ব্বতিপ্ৰসাদ বৰুৱাই ককায়েকক চুলিত ধৰি ৰাখিবলৈ চেষ্টা কৰিলে। চুলিৰপৰা হাত এৰালত হাতত ধৰোঁতে ৺ভগৱতীপ্ৰসাদ বৰুৱাৰ হাত-ঘড়ী ছিগি গ'ল। ভগৱতীপ্ৰসাদ বৰুৱা শকত-আৱত মানুহ আছিল।

কিন্তু তেওঁ সাঁতুৰিব নেজানিছিল। ইপিনে এহাতেৰে তেওঁৰ কেঁচুৱা ল'ৰাটি বুকুত সাৱটি থকা ঘৈণীয়েকক ধৰি আছিল। সেই কাৰণে শ্ৰীযুত পাৰ্ব্বতিপ্ৰসাদ বৰুৱাই ইমান গধুৰ বোজা আথাউনীয়া পানীত এহাতে ৰাখিব নোৱাৰিব বুলি জানি আৰু তেওঁবিলাকৰ মৃত্যু অনিবাৰ্য্য বুলি ভাবিয়েই ভগৱতীপ্ৰসাদ বৰুৱাই ভায়েকৰ হাতৰপৰা নিজৰ হাতখন এৰুৱাই নিলে

আৰু দিচাং নৈৰ গৰ্ভত সুন্দৰ দেহাকেইটি এৰি থৈ লগত চাকৰনীজনী আৰু ভনীয়েকটিক লৈ সপৰিবাৰে অনন্ত ধামলৈ গুচি গ'ল। এঘণ্টামানৰ পিছত মটৰ গাড়ীৰ ভিতৰত বহি থাকি গাড়ীত ধৰি থকা অৱস্থাত আইমানুহ আৰু চাকৰনীজনীক পোৱা হ'ল যদিও নানা চেষ্টাতো কাকো জীয়াব পৰা নহল।

ৰাতি ১১॥ মান বজাত এই আকস্মিক ঘটনাৰ খবৰ থিয়েটৰ ঘৰত বিয়পি পৰিলত দৰ্শক আৰু অভিনেতাসকল শোকত আৰু উদ্বেগত ইমান ব্যাকুল হ'ল যে তৎক্ষণাৎ অভিনয় বন্ধ কৰি শ্ৰীযুত কনকচন্দ্ৰ বৰুৱা ডাক্তৰ আৰু ভূপেন্দ্ৰনাথ ঘোষ উকীল প্ৰমুখ্যে সৰহখিনি মানুহেই মটৰ বাইচাইকেল যি যেনেকৈ পাৰে লৈ আৰু কিছুমানে খোজ কাঢি দিচাং ঘাটৰ ফালে ধাপলি মেলিলে। ভগৱতীপ্ৰসাদ বৰুৱাৰ দদায়েক শ্ৰীযুত তাৰিণীপ্ৰসাদ বৰুৱা ডাঙৰীয়া বাতুলৰ দৰে দিচাং ঘাটমুৱা হৈ যাবলৈ ধৰিলে। কিছু মানুহ দিচাং ঘাটৰ ভাটীৰ আথেফুটীয়ালৈ পোনাই গ'ল। গোটেই নগৰতে হুলস্থুল লাগি যোৱাত বহুতৰ শোৱাকে নহ'ল আৰু যিবোৰে শোৱাপাটীত এই ঘটনাৰ খবৰ পালে তেওঁলোকেও মৰ্ম্মাহত হৈ আকৌ শুব নোৱাৰিলে। ১৫ আৰু ১৬ তাৰিখেও জাতি-ধৰ্ম্ম-নিৰ্ব্বিশেষে হিন্দু-মুছলমান খৃষ্টান আদি লোকেৰে ৰজাবাৰী বাগিচাৰ বঙলা লোকাৰণ্য হৈছিল। দিচাং নৈত অসংখ্য নাও লৈ আৰু পাৰে পাৰে থাকি মানুহে বিচাৰি ১৫ তাৰিখৰ দিনা সত্যৱতী বৰুৱাৰ আৰু ১৬ তাৰিখৰ দিনা তেওঁৰ স্বামী আৰু পুত্ৰৰ শ-কেইটি উদ্ধাৰ কৰিলে, যদিও শ্ৰীযুত কনকচন্দ্ৰ বৰুৱা ডাক্তৰৰ অশেষ যত্নতো কাৰো প্ৰাণ ৰক্ষা নপৰিল। ৰজাবাৰী বাগানতে যথানিয়মে মৃতক কেউজনৰে অন্ত্যেষ্টি-ক্ৰিয়া কৰা হৈ গ'ল।

এই বিষম ঘটনাৰ সম্বাদ শনিবাৰে ৰাতিয়েই পাই ৺ভগৱতীৰ মোমায়েক ৰায় বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াই তেখেতৰ কেঁচুৱা ল'ৰা-লুৰিও ঘৰতে আলৈ-আথানিত পেলাই থৈ তেখেতৰ ভাৰ্য্যা আৰু ভায়েক, ভনীয়েক আৰু পুতেক আদিক লগত লৈ সকলোবোৰৰ বিননিত যোগ দিলেহি। শ্ৰীযুত হেৰম্বপ্ৰসাদ বৰুৱা ডাঙৰীয়াও শোকৰ উচুপনিৰ আগভাগ ৰাতিয়েই আহি ল'লেহি।

শোকসাগৰত কৰ্‌কৰ্ কৰি থকা পৰিয়ালটি, বিশেষকৈ ভগৱতীপ্ৰসাদ বৰুৱাৰ মাক আৰু ভায়েক শ্ৰীযুত পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ শোচনীয় অৱস্থা প্ৰত্যক্ষে দেখি,

ৰায়বাহাদুৰ ডাঙৰীয়া আদিকো অস্থিৰ আৰু অধৈৰ্য্য হোৱা দেখি বজাবাৰী বাগিছাত গোটখোৱা লোকসকলৰো বুকুত যি শোকৰ উচ্ছ্বাস উঠিছিল, তাক নেদেখা জনে বুজা কঠিন। ১৬ তাৰিখৰ দিনা ৰায় বাহাদুৰ ডাঙৰীয়াই এই শোক-সন্তপ্ত পৰিয়ালটিক সোণাৰিলৈ লৈ গৈছে। তেখেতৰ ভনীয়েক আৰু সহধৰ্ম্মিণীক পৰিচৰ্য্যাৰ কামত নিযুত কৰি থৈ তেখেত এদিনৰ কাৰণে যোৰহাটলৈ যাব বুলি জনা হৈছে। শ্ৰীযুত নীলমণি ফুকন আৰু শ্ৰীযুত কালীনাথ বৰুৱা ডাঙৰীয়াও বজাবাৰীত অন্ত্যেষ্টিৰ সময়ত উপস্থিত আছিল।

দিচাংঘাটত এটা ডুবি পৰিছে। তাত ঘটনাৰ দিনা ২০ হাতমান দ পানী আছিল। এই ঘাটতে ইতিপূৰ্ব্বে এই নিচিনা সৰুসুৰা মটৰ দুৰ্ঘটনা হৈ গৈছে যদিও ঘাটৰ দিহা-পোহা একেবাৰেই সন্তোষজনক নহয়। মাৰ-নাৱৰ দুই দাঁতিয়ে নাৱলৈ গাড়ী মানুহ আদি উঠিবলৈ যি দলং ৪ ছটা আছে সেই কেইছটা কপিকলৰ সহায়ত উঠা-নমা কৰে। শিকলি চাৰি ডালেৰে নাৱৰ ৰেলিঙত দলঙ কেইখন জোঁটা থাকিব লাগে। ঘটনাৰ সময়ত নৈৰ ফালে থকা দাঁতিৰ শিকলি দুডাল নাছিল বুলি আমাৰ দোৰ্ঘোৰ সন্দেহ হৈছে। বাকী দুডালো তেনেই ঢিলা আৰু দলং কেখন ফেটলেঙা। তদুপৰি মটৰ নাৱত উঠা সময়ত নাৱত দুটা মাত্ৰ নাওবোৱা মানুহ আছিল বুলি আমি শুনিবলৈ পাইছোঁ। ঘাটৰ চলামিও ঠিয় আৰু চুটি আছিল। কপিকলৰ সহায়ত দলঙত উঠা-নমা বন্দবস্ত বিপদজনক নহৈ নোৱাৰে। তথাপি নাওখনত ভলুকাবাঁহৰ নঙলা গাড়ী-ঘোঁড়া উঠাৰ পাছত লগাই দিয়াৰ যোগাৰ ১৫ তাৰিখলৈকে নাছিল। ঘাটৈও ঠিক ঘটনাৰ সময়ত ঘাটত নাছিল।

মটৰখন পানীত পৰাৰ পিছত পানীত পৰা মানুহৰ চিঞৰ-বাখৰ শুনিও ভালেমান পৰ পাছলৈকে ওচৰৰ মানুহ ঘৰৰপৰা ওলাই অহা নাছিল। ঘাটতে নাও দুখনত মানুহ কেইটামানও আছিল। সিহঁতেও সহায় কৰিম বুলিও একো সহায় নকৰিলে। এনে কাপুৰুষালি নোহোৱা হলে বহুমূলীয়া জীৱন কেইটা ৰক্ষা পৰিলহেঁতেন।

দুৰ্ঘটনাৰ খবৰ পাই ৰাতি ১১॥ বজাত বাজমাই বাগিছাৰ মেনেজাৰ মিঃ জি. বি. গ্ৰে চাহাব আৰু দিচাং চাইদিঙৰ ষ্টেশ্যন-মাষ্টৰ মহোদয়ে মানুহ-দুনুহ লগাই নথৈ চেষ্টা কৰিছিল। সেই কাৰণে তেওঁলোক নথৈ শলাগৰ পাত্ৰ। গড়কাপ্তানীৰ চব্ ডিভিজনেল অফিচাৰ আৰু ইগৰাকী চাহাবকো এই দুৰ্ঘটনাৰ

খবৰ হেনো ৰাতিয়েই দিয়া হৈছিল কিন্তু তেওঁলোকৰ এজনেও শয্যা ত্যাগ নকৰিলে বুলি শুনিবলৈ পোৱা হৈছে। দেওবাৰে পুৱা অৱশ্যে দুৰ্যোগৰাকীয়ে ঘাটলৈ গৈ সেই ঠাই চোৱা বাবে আমি পৰম বাধিত। দুৰ্ঘটনাৰ খবৰ পাই শিৱসাগৰীয়া মানুহৰ ঘৰে ঘৰে চকুলৈ জাল নোযোৱা হৈছিল আৰু গোটেই নগৰখনেই দেও আৰু সোমবাৰে শোকমগ্ন হৈ নিৰানন্দ আৰু এন্ধাৰ-মুধাৰ হৈ থকাৰ নিচিনা লাগিছিল।

শিৱসাগৰীয়া ৰাইজে ক্লবঘৰত ১.৭।১০।৩৩ তাং এখন শোকসভা পাতি মৃতকসকলৰ আত্মাৰ সদ্‌গতি কামনা কৰি আৰু শোকপ্ৰকাশ কৰি এটা প্ৰস্তাৱ গ্ৰহণ কৰিছে। মিঃ গ্ৰে চাহাব আৰু দিচাং চাইডিঙৰ ষ্টেশ্যন-মাষ্টৰ মহোদয়ৰ শলাগ লৈ আৰু এটা প্ৰস্তাৱ গৃহীত হৈছে। এই সভাত গিৰীন্দ্ৰচন্দ্ৰ গুপ্ত মহোদয়ে সভাপতিৰ আসন গ্ৰহণ কৰিছিল।

এইখন সভা ভঙ্গ হোৱাৰ ঠিক পাছতেই শ্ৰীযুত দুৰ্গাপ্ৰসাদ বৰঠাকুৰ ডাঙৰীয়াক সভাপতি পাতি আন এখন সভা পাতে। এই সভাই দুৰ্ঘটনাৰ বিষয়ে সম্পূৰ্ণ তদন্ত কৰি যথাবিহিত কাৰ্য্য কৰিবলৈ এটা তদন্ত কমিটি মনোনীত কৰিছে। শ্ৰীযুত দুৰ্গাপ্ৰসাদ বৰঠাকুৰ বি. এল. ( সভাপতি ), শ্ৰীযুত ভুবনচন্দ্ৰ গগৈ চেয়াৰমেন লোকেল বৰ্ড, শ্ৰীযুত যোগেন্দ্ৰনাথ গোহাই বি. এল.,এম্. এল্. চি. আৰু মৌলবী মুহিবুল হক ডাঙৰীয়াসকল এই কমিটিৰ সভ্য মনোনীত হৈছে। ৩১ অক্টোবৰ তাৰিখে বা তাৰ পূৰ্ব্বে তদন্তৰ ৰিপৰ্ট দাখিল কৰিব লাগিব।

## ৺সত্যব্ৰতী বৰুৱা

### কাষত থকা এগৰাকী

যোৱা ১৫।১০।৩৩ দেওবাৰৰ পুৱাৰেপৰা ইয়াৰ সকলোৱে দুখ কৰিছে যে পুত্ৰ স্বামী ননদ আৰু বন্ধুৱা ছোৱালীটিৰে সৈতে আমাক চিৰকাললৈ এৰি গ'লা। এই ঘটনাই আমাৰ বুকুত শেল বিন্ধিছে যদিও পতিয়াব পৰা নাই।

স্কুলত একেলগে পঢ়া, ইয়াত আহি ওচৰ-চুবুৰীয়া হৈ থকা সত্যব্ৰতী বৰুৱা আৰু সিদিনা আমাৰ ইয়ালৈ আহি যাবৰ বেলিকা দিয়া আইমানুহৰ সেই 'যাওঁ দেই' কোমল মাতষাৰি এতিয়াও পাহৰিব পৰা নাই।

দুদিনৰ আগতে কলোঁ যে আমাৰ লগৰীয়া ছোৱালীৰ ভিতৰত সত্যক দেখিলে বৰ ভাল লাগে, এখন অৱস্থাপন্ন আৰু ডাঙৰ পৰিয়ালৰ বোৱাৰী হ'ল।

সঁচাকৈয়ে তোমালোকে এৰি গ'লা নেকি? তেনে নিজৰ ঠাইৰ দৰে অনুভৱ কৰি ইয়াত সাহসেৰে থাকিবলৈ তোমালোক আৰু নাই। মোৰ হেৰুৱা পুত্ৰৰে একে দিনাই ওপজা নিজ পুত্ৰ হেন দীপ পোনাক আৰু নেপাম।

আইমানুহৰ কোমল মাত আৰু নুশুনিম। দীপ পোনাৰে দাসীৰ সেই চকুত লগা দৃশ্য আৰু নেদেখিম। বৰুৱাদেৱৰ লগত কথা পাতি মন সবল কৰিবলৈ আমাৰ তেখেতক পঠোৱাৰ অন্ত পৰিল।

দেউতাৰ নলে-গলে লগা বন্ধুৰ জীয়াৰীৰ, বৰককাইদেউৰ আৰু তেখেতৰ বন্ধুৰ ভনী, মোৰ বন্ধু আৰু ওচৰ-চুবুৰীয়া সত্যব্ৰতীৰ পৰিয়াল নাইকিয়া হ'ল। আৰু নো তেনে কি থাকিল! দেউতাৰ বন্ধুৰ জী-জোঁৱাই-নাতিৰ বিচ্ছেদত এই মনঃকষ্টত তেখেতেও চাগৈ আৰু আঘাত পাইছে। বৈকুণ্ঠত থকা প্ৰিয় ৺সত্যব্ৰতী, স্বামীৰ লগত দেহ এৰা নাৰীৰ মনৰ কামনা সিদ্ধি কৰি সতী সাবিত্ৰী সত্যব্ৰতীৰূপে সকলোকে দেখুৱাই আমাক চিৰদিনলৈ এৰিলা। তোমালোক স্বৰ্গবাসী হবলৈ আৰু এৰি থৈ যোৱা আপোনজনক সময়ে সান্ত্বনা দিবলৈ প্ৰাৰ্থনা কৰিয়েই মনক প্ৰবোধ দিছোঁ।[১]

---

১ 'বাতৰি', ১১ কাতি, ১৮৫৫ শক।

**Speech by Sri Vishnu Sahay, Governor of Assam, on the occasion of the laying of the foundation stone of the Asam Sahitya Sabha building at Gauhati on April 7, 1963**

I am glad to be here today in your midst. I am reminded very vividly of a similar occasion a little over two years ago when I had the honour of unveiling a bust of the late Radhakanta Handiqui in the Chandrakanta Handiqui Bhavan at Jorhat. That was another instance of the public spirit which many sons of Assam have shown in bringing about a renaissance in Assamese language and literature. Love of one's language and literature is a deeply ingrained human instinct, but as one reflects on the course of development of these in many places, one feels that there is something odd about this development. There comes a time when there is efflorescence of activity and rich contributions come about by themselves. Then for some unaccountable reason comes a period of darkness when nothing of value is produced and the whole culture and life of a community becomes arid and colourless. There seem to be no readymade recipes known for bringing about a change again. It does not appear to be a case for contrived social engineering. It is doubtful whether anybody knows how a current which once was mighty and which then runs dry can again be induced to its former grand flow. However I will venture a guess. It depends on a few men. If the hour produces the man somehow, there comes about a return of creative activity.

Assamese literature has been, I venture to think, lucky in getting the men in recent years. Your own Sahitya Sabha has since its inception in 1917 made notable contribution to the development of Assamese language, literature and culture. The Sabha has worked in a variety of ways. It has helped to bring out Assamese dictionaries and grammars. It has encouraged research in the mediaeval literature of Assam. It has established libraries, museums, studentships and chairs on literature and allies subjects. Today your cherished dream to have a home

of its own for the Sabha is about to be realised. We must remember with gratitude those who have helped to make the dream come true. The Chief Minister has obtained for you a gift of land from Government. The Union Ministry of Scientific Research and Cultural Affairs has helped with a grant. Special mention must must be made of Shri Parvatiprasad Baruva and Shri Raghunath Choudhury Kaviratna for their munificent donations. It is public spirit of this kind which is vital.

It will be a source of satisfaction that the main building of the Sahitya Sabha, the foundation of which is being laid today will be named after one of the illustrious sons of Assam, Shri Bhagavatiprasad Baruva. Born in a family known for its philanthropy and for its interest in the development and enrichment of Assamese literature and culture, Shri Bhagavatiprasad showed early promise of his literary gifts. His untimely death under tragic circumstances has removed a talented young man who could have made immense contribution to Assamese literature. No worthier memorial for him could have been selected than the one which has been selected. It is fitting that his memory should be kept green in this way. I am happy that I have this opportunity of laying the foundation stone of Bhagavatiprasad Baruva Bhavan. May it help to keep bright the torch which has been lighted. May the Bhavan play its part in the enrichment of Assamese language and literature.